# ৺দিহিং সত্ৰৰ সংক্ষিপ্ত বুৰঞ্জী।

শুদ্ধ ভাৱে ভজা পদে জগ-জীৱনৰ ;
ক্লেশ-কষ্ট দূৰ হব কোটী জনমৰ।
শ্বপচ অধম কুলে জনমি গুহক ;
ৰঘুনাথ ভজি জন্ম কৰিলে সাৰ্থক।

প্ৰণেতা—

শ্ৰীশুক্লেশ্বৰ বৰা।

৪৮০ শঙ্কৰাব্দ।

প্ৰকাশকদ্বয়—

শ্ৰীকীৰ্ত্তিকান্ত চৌধুৰী আৰু শ্ৰীবসধৰ বৰা।

কুকৰা, মঙ্গলদৈ।




প্ৰথম সংস্কৰণ

সৰ্ব্বস্বত্ব সংৰক্ষিত ] [ মূল্য ।০ চাৰি অনা।

# ৺দিহিং সত্ৰৰ সংক্ষিপ্ত বুৰঞ্জী।

——•:•:•——

শুদ্ধ ভাবে ভজা পদে জগ-জীৱনৰ ;
ক্লেশ-কষ্ট দূৰ হব কোটী জনমৰ।
শ্বপচ অধম কুলে জনমি গুহক,
ৰঘুনাথ ভজি জন্ম কৰিলে সাৰ্থক।

প্ৰণেতা—

শ্ৰীশুক্লেশ্বৰ বৰুৱা।

৪৮০ শঙ্কৰাব্দ।

প্ৰকাশকদ্বয়—

শ্ৰীকীৰ্ত্তিকান্ত চৌধুৰী আৰু শ্ৰীৰসধৰ বৰা।

কুৰুৱা, মঙ্গলদৈ।

——•——

প্ৰথম সংস্কৰণ

DISTRICT ... LIBRARY

সৰ্ব্বস্বত্ব সংৰক্ষিত] [মূল্য।• চাৰি অনা

## —অৰ্পণ—

গুৰুৰ চৰিত্ৰ-মধু যি জনে বিচাৰে
তেওঁকেই এই পুথি দিলোঁ সাদৰেৰে ।

শ্ৰীগুণেশ্বৰ বৰা ।

# আমাৰ কথা

বুৰঞ্জী সাহিত্য-সেৱকৰ পৰম ভোগ্য বস্তু। বুৰঞ্জীৰ উহ উলিয়াই অতীত-কাহিনী-জল সাহিত্য-ক্ষেত্ৰত সিঁচি দিব পাৰিলে সাহিত্যৰ শ্ৰীবৃদ্ধি অৱশ্যে বাঢ়িব। অসমৰ বহুত অতীত-কাহিনী কালৰ গৰ্ভত বিলীন হোৱাত অসমীয়া সাহিত্যৰ কি মহা অনিষ্ট হৈছে তাক অলপ দকৈ ভাবি চালেই বুজিব পাৰি। অসমৰ প্ৰধান সত্ৰবিলাকৰ প্ৰাচীন ইতিবৃত্তৰ লগত অসমবুৰঞ্জীৰ বহুত আৱশ্যকীয় সজুলী ঠাহ খাই আছে। সাহিত্যানুৰাগীসকলে যত্ন কৰি সেই ইতিবৃত্তবিলাক প্ৰকাশ কৰিলে অসমীয়া সাহিত্যৰ পৰম কল্যাণ সাধন হব বুলি আমাৰ দৃঢ় বিশ্বাস।

অসমৰ ৰাজ-সত্ৰ দিহিং সত্ৰৰ বুৰঞ্জী সুদীৰ্ঘ কাল 'গুপুতে' থকাত ক্ৰমান্বয়ে তাৰ বিকৃত অৱস্থা ঘটি আহিছে। সেই কাৰণে আমি বহুত যত্ন আৰু পৰিশ্ৰম কৰি এই "৺দিহিং সত্ৰৰ সংক্ষিপ্ত বুৰঞ্জী" খনি যুগুত কৰিলোঁ। বুৰঞ্জী যুগুত কৰা কাৰ্য্যটো পৰম কষ্ট-সাধ্য আৰু বিশেষ দায়িত্বপূৰ্ণ। আমি যিমান পাৰো নিৰপেক্ষভাৱে বুৰঞ্জী লিখিবলৈ যত্নৰ ত্ৰুটি কৰা নাই। সহৃদয় পাঠক-পাঠিকাসকলে যদি ইয়াত কিবা ত্ৰুটি দেখে তেন্তে ইতিকিং নকৰি যেন আমাক আঙুলিয়াই দেখুৱাই দিয়ে তেন্তে নিশ্চয় সেই জনে আমাৰ আৰু অসমীয়া সাহিত্যৰ পৰম উপকাৰ কৰা হব।

এই পুথিখনি যুগুত কৰোতে দেৱ প্ৰতিম শ্ৰীযুক্ত কামেশ্বৰ বৰা পিতৃ-দেৱতাৰূপৰা ৺দিহিং সত্ৰৰ বুৰঞ্জীৰ কিছু আভাস পোৱা হৈছে। সেই কাৰণে আমি এই খিনিতে তেখেতৰ প্ৰতি এটি ভক্তিৰ অৰ্ঘ্য অৰ্পণ কৰিলোঁ। পূজনীয় শ্ৰীযুত মধুৰাম দাস ডাঙৰীয়াই দিহিং সত্ৰৰ বুৰঞ্জীৰ দুটি এটি সঙ্কেত দি সহায় কৰাত তেখেতো আমাৰ শলাগৰ পাত্ৰ।

কুৰুৱা নিবাসী সোদৰ প্ৰতিম শ্ৰীযুত কীৰ্ত্তিকান্ত চৌধুৰী আৰু সহোদৰ শ্ৰীমান বসধৰ বৰাই প্ৰকাশকৰ ভাৰ বহন নকৰা হলে এই পুথিখনি ইমান সোনকালে ৰাইজৰ আগত প্ৰকাশ নহলহেতেন। প্ৰকাশকদ্বয়ৰ শিৰত মাতৃ-ভাষা-জননীৰ আশীষ কৰুণা বৰ্ষিত হবলৈ প্ৰভুৰ ওচৰত প্ৰাৰ্থনা জনাই তেওঁলোকৰ প্ৰতি গভীৰ প্ৰীতি আৰু কৃতজ্ঞ জ্ঞাপন কৰিলোঁ। ইতি—

কুৰুৱা, মঙ্গলদৈ।
৪৮১ শঙ্কৰাব্দ
১৬ মাঘ, শুক্লা একাদশী

বিনীত—
শ্ৰী শুক্ৰেশ্বৰ বৰা

… ooks will give you … tone
d carefully with … ands

# ৺দিহিং সত্ৰৰ সংক্ষিপ্ত বুৰঞ্জী।

——০ঃ*ঃ০——

## উপক্ৰমণিকা।

'মহাপুৰুষ চৰণে নমস্কাৰ'! ১৩শ শতাব্দীত পৰাক্ৰমী মুছলমান ৰজাই 'ইছলাম' ধৰ্ম্ম প্ৰচাৰৰ কাৰণে হিন্দু প্ৰজাৰ ওপৰত কৰা অমানুষিক অত্যাচাৰত থাকিব নোৱাৰি ব্ৰাহ্মণ আদি অনেক ধৰ্ম্ম-পৰায়ণ হিন্দুয়ে ধৰ্ম্ম-নাশ আৰু প্ৰাণ-নাশৰ ভয়ত কান্যকুব্জৰপৰা পলাই আহি উত্তৰ বঙ্গত থকা গৌড় নামেৰে এখন নগৰত বাস কৰে। সেই লোকসকলৰ ভিতৰত অত্ৰি গোত্ৰীয় কায়স্থ কুলৰ লণ্ডাদেৱ গিৰি আৰু তেওঁৰ পুত্ৰ চণ্ডীবৰ গিৰি আছিল। লণ্ডাদেৱ আৰু চণ্ডীবৰ মহা বুদ্ধিমান পণ্ডিত থকাত গৌড়ৰ ৰজা ধৰ্ম্ম নাৰায়ণৰ পৰম প্ৰিয় পাত্ৰ হৈ উঠে। চণ্ডীবৰে নিজ বুদ্ধিৰ প্ৰভাৱত ৰজাৰ অনুগ্ৰহ লভি ৰজাৰ দেৱান হৈ অনেক সুখ সম্পদেৰে বহুত দিন গৌড়ত বাস কৰে। গৌড় ৰজাৰ মিত্ৰ কমতাপুৰৰ ৰজা দুৰ্লভ নাৰায়ণৰ অনুৰোধত গৌড়েশ্বৰ ধৰ্ম্ম নাৰায়ণে ধাৰ্ম্মিক জ্ঞানী আৰু সমাজ সাশনৰ ক্ষমতা থকা সাতঘৰ ব্ৰাহ্মণ আৰু সাত ঘৰ কায়স্থ লোক কমতাপুৰ ৰাজ্যলৈ পঠায়। সেই সাত ঘৰ কায়স্থৰ ভিতৰত লণ্ডাদেৱ

আৰু চণ্ডীবৰো এঘৰ আছিল। এওঁলোকক বৰ্ত্তমান কামৰূপ জিলাৰ বৰ নদীৰ পাৰত থকা লেঙামাগুৰি বোলা ঠাইত (এতিয়া লেঙা বোলে) থাকিবলৈ দিছিল। চণ্ডীবৰ গিৰি লেঙামাগুৰিত থাকি ৰাজতুল্য প্ৰতাপী হৈ উঠে। পূৰ্ব্বে গৌড়ৰ ৰজা ধৰ্ম্ম নাৰায়ণৰ ওচৰৰপৰা আহোতে চণ্ডীবৰে প্ৰতিজ্ঞা কৰি আহিছিল যে তেওঁ ৰাজ-প্ৰীতিৰ হেতু প্ৰতি বছৰে এবাৰ গৌড়লৈ গৈ ৰজাক দৰ্শন কৰি আহিব। সেই কাৰণে চণ্ডীবৰে কমতাপুৰৰ ৰজাৰ অধীনত থাকিও পূৰ্ব্বৰ প্ৰতিজ্ঞা অনুসাৰে তেওঁ প্ৰতি বছৰে এবাৰ গৌড়লৈ গৈছিল। এইদৰে মাজে মাজে গৌড়লৈ যোৱা দেখি কমতাপুৰ ৰাজ্য গৌড়ৰ ৰজাৰ অধীন কৰিবলৈ তলে তলে কিবা গুপ্ত ষড়যন্ত্ৰ কৰা বুলি সন্দেহ কৰি কমতাৰ ৰজাই চণ্ডীবৰক ধৰাই নি পোতাশালত বন্দী কৰি থৈ দিলে। তাৰ কিছুদিনৰ পাছত নদীয়া শান্তিপুৰৰপৰা চন্দ্ৰ কবি নামেৰে পণ্ডিত এজনে বাদ কৰিবৰ মনেৰে কমতাপুৰৰ ৰাজসভাত উপস্থিত হলহি। ৰজাই ৰাজ সমাজত বিদেশী পণ্ডিতেৰে বাদ কৰিব পৰা কোনো উপযুক্ত সভাপণ্ডিত নথকাত চণ্ডীবৰৰ প্ৰভাব সুমৰি তেওঁকে পোতাশালৰপৰা মুকলি কৰি আনি ডাৰি চুলি খুৰুৱাই নতুন বস্ত্ৰ পিন্ধাই খুৱাই বুৱাই লৈ সভাত পণ্ডিতেৰে বাদ কৰিবলৈ লগাই দিলে। বাদত চণ্ডীবৰে বিদেশী পণ্ডিতক শাস্ত্ৰে তৰ্কে সকলোতে পৰাস্ত কৰি জয়লাভ কৰিলে। ইয়াতে ৰজাই পৰম সন্তোষ পাই চণ্ডীবৰ নাম

PLEASE HANDLE THE BOOK CAREFULLY.



সলাই দেৱীদাস নাম দি বহুমূল্য পুৰস্কাৰেৰে সন্তোষিত কৰি সকলো ভূঞাৰ ওপৰত শিৰোমণি ভূঞা পাতিলে।

শিৰোমণি ভূঞা দেৱীদাস বা চণ্ডীবৰ কিছুদিন লেঙা মাগুৰিত থকাত পিতৃ লণ্ডাদেৱ গিৰিৰ মৃত্যু হয়। চণ্ডীবৰৰ ৰাজধৰ নামেৰে এটি পুত্ৰ জন্ম হয়। ৰাজধৰৰ চাৰিটি পুত্ৰ। নাম সূৰ্য্যবৰ, জয়ন্ত, মাধৱ আৰু হলায়ুধ। সূৰ্য্যবৰৰ এটি পুত্ৰ জন্মে, নাম কুসুম্বৰ। এৱেঁই সকলোৰে অকৃত্ৰিম বান্ধব হৰিনামাসক্ত প্ৰেমাৱতাৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ পিতৃদেৱ।

শ্ৰীমন্ত শঙ্কৰদেৱ দাস দাসী ঐশ্বৰ্য্য সম্পদেৰে পৰিবৃত ৰাজ-তুল্য শিৰোমণি ভূঞা হৈয়ো জীৱৰ বিলাই বিপত্তি দেখি ব্যথিত হৈ সুখ সম্পদ সকলোকে ভৰিৰে ঠেলি ছাল-ছিগা ভিকহু সৰ্ব্বজয় বলোৱান পৰমানন্দ আদিৰ নিচিনা ভকত বুকত বান্ধি লৈ ঘৰে ঘৰে লোক শিক্ষা দি ফুৰি শিৰোমণি ভূঞাৰ পৰিবৰ্ত্তে 'চাউল কঠীয়া মহন্ত' খ্যাতি লাভ কৰি বিপদ-সঙ্কুল ধৰ্ম্ম-প্ৰচাৰকৰ জীৱন অৱলম্বন কৰি অসমৰ ঘোৰ আবৰ্জ্জনা আঁতৰাই সাম্য মৈত্ৰী দয়া দাক্ষিণ্য আদিৰ ভেটি অসমত যুগমীয়া কৰি থৈ গল। সেই মহাপুৰুষৰ ধৰ্ম্ম-প্ৰচাৰ পথৰ নিদৰ্শন আজি অসমৰ এটকা কড়ি চাউল কঠীয়া মহন্তসকলৰ সত্ৰ-ৰাশি। তাৰে ভিতৰৰ অসমৰ বিখ্যাত দিহিং সত্ৰও এখন। এই দিহিং সত্ৰৰ সম্পৰ্কে আমি দুই চাৰিজন সন্ত মহন্ত আৰু দুই এখন চৰিত্ৰ পুথি চাই যি পাইছোঁ তাকে জুকিয়াই লৈ ইয়াত সন্নিবিষ্ট কৰা হল।

# উপৰি পুৰুষৰ কথা ।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ উপৰি পুৰুষ চণ্ডীবৰ গিৰিৰ লগতে বৰ আতা যদুমণি দেৱৰ উপৰি পুৰুষ নিৰ্ব ভূঞাও এই দেশলৈ আহে। তেওঁৰ পৰিনাতি বৈকুণ্ঠ ভূঞাৰ পুত্ৰ যদুমণি দেৱ বা বৰ আতা ১১৫ শঙ্কৰাব্দত পদুম গাৱঁত জন্ম হয় বুলি চৰিত্ৰ পুথিত আছে। প্ৰথমতে এওঁৰ নাম গোপাল হে আছিল। ভবানীপুৰীয়া শ্ৰীগোপালদেৱৰ ওচৰলৈ গৈ ধৰ্ম্ম বস্তু লাভ কৰি অতি সুনিপুণ হৈ উঠাত তাৰাক যদুমণি নাম দিয়ে।

ভবানীপুৰীয়া শ্ৰীগোপালদেৱে জীৱ তৰিবৰ উপায় কৰিবৰ কাৰণে শক্তি ভক্তি আদি ধৰ্ম্ম বস্তু দান কৰি বাৰ গৰাকী লোকক ধৰ্ম্মৰ আচাৰ্য্য প্ৰ্যাতি মহন্ত পদত স্থাপন কৰে। সেই বাৰ গৰাকী সন্তৰ ভিতৰত যদুমণি দেৱ সকলোতে নিপুণ হৈ উঠাত উপাধি স্বৰূপে বৰ আতা নাম পায়। এখেতৰ বাস কৰা গৃহ নামঘৰ আদি হেঙুল হাইতাল লগাই সুন্দৰ কৰা হৈছিল কাৰণে এখেতক হেঙুলীয়া যদুমণিও বোলা হৈছিল।

যদুমণি দেৱ বা বৰ আতা বাৰ বছৰ ভবানীপুৰীয়া শ্ৰীগোপালদেৱৰ লগত আছিল। তাৰ পাছত তীৰ্থ ভ্ৰমণ আৰু সন্তসকলৰ লগত সাক্ষাৎ কৰি প্ৰীতি লভিবৰ অভিলাষ হলত বৰ আতা যদুমণি দেৱে গোপালদেৱৰপৰা বিদায়

মাগি আঁহতগুৰিৰ শ্ৰীৰাম আতা সহ দহ গৰাকী ভকত সঙ্গত লৈ শ্ৰীবংশীগোপালদেৱৰ লগত সাক্ষাৎ কৰে। বৰ আতা আৰু শ্ৰীবংশীগোপালদেৱ দুয়ো সংস্কৃতত পাৰ্গত আছিল। দুয়ো সংস্কৃতেৰেই কথা-বাৰ্ত্তা আৰু উভয়ে উভয়ৰ কুশল বাত্তৰি পুচি পৰম প্ৰীতি লাভ কৰিলে। বৰ আতাই শ্ৰীবংশীগোপালদেৱৰ গৃহত গীত বাদ্যাদি আৰু গীতা ভাগৱতৰ সুমধুৰ ব্যাখ্যাৰে কথা-সুখত সকলোকে মজাই কিছুদিন থকাৰ পাছত তীৰ্থলৈ যাবলৈ প্ৰস্তুত হল। গোপালে কলৈকো যাবলৈ নিদিবৰ মনেৰে মোৰ সৰ্ব্বস্ব তোমাৰ বুলি তাৰাক অধিকাৰৰ ক্ষমতা দিছিল। কিন্তু বৰ আতাই নম্ৰ ভাৱেৰে সকলোকে সান্ত্বনা কৰি বিদায় লৈ শ্ৰীক্ষেত্ৰলৈ যাত্ৰা কৰে। চৰিত্ৰত আছে যে যদুমণি দেৱ শ্ৰীক্ষেত্ৰৰ সমীপ পোৱাত জগন্নাথ মহা প্ৰভুৱে পাণ্ডাক স্বপ্নাদেশ কৰিলে যে উজনিৰপৰা মোৰ অংশৰ যদুমণি নামেৰে এজন পৰম বৈষ্ণৱ লোক আহিছে। তেওঁ ইয়াৰপৰা যি নিবৰ ইচ্ছা কৰে তাকে দি সন্তুষ্ট কৰিবা। ইয়াকে জানি পাণ্ডাই যদুমণি দেৱক বিচাৰ কৰি সপোনৰ বৰ্ণনা মতে বৰ আতা যদুমণি দেৱক চিনি পাই সমাদৰেৰে লৈ গৈ তেখেতৰ হতুৱাই জগন্নাথ মহা প্ৰভুৰ আগত শ্ৰীশঙ্কৰ বিৰচিত গুণমালা গোৱায়। শ্ৰীক্ষেত্ৰৰপৰাই যদুমণি দেৱে পাল নামৰ ঘোষা আৰু মৃদঙ্গৰ বাজনা অসমলৈ আনিছিল। পাণ্ডাই মহা প্ৰভুৱে কৰা স্বপ্নাদেশ মতে বৰ আতাক জনালে যে যদি পুৰুষ জনে

শ্ৰীক্ষেত্ৰৰপৰা কিবা নিবৰ প্ৰয়োজন আছে তেন্তে ইচ্ছা মতে নিয়া হক। আতাই কলে আন দ্ৰব্যত প্ৰয়োজন নাই, এখনি মূৰ্ত্তি নিয়া হব। বৰ আতাই মূৰ্ত্তিসকললৈ চাই কলে যে যি আমাৰ লগত যাব তেওঁ আজি ৰাতি পূবলৈ মুখ কৰি থাকিব, তেওঁক আমাৰ দ্বাৰাই সোণৰ ফুল দিয়া হব।

পূৰ্ব্বে গোবিন্দ মূৰ্ত্তিয়ে মহা প্ৰভুৰ ফুলনিৰপৰা ফুল চুৰ কৰি পিন্ধা অপৰাধত বেত্ৰাঘাত পাই বৰ বিমৰিষ হৈ আছিল। সেই অপমানতে গোবিন্দ যদুমণি দেৱৰ লগতে আহিবৰ মন কৰি পূবলৈ মুখ কৰি বল। পাছ দিনা পুৱা বৰ আতা মন্দিৰ পশিলত গোবিন্দ মূৰ্ত্তিৰ তেনে কাণ্য দেখি সন্তোষ লভিলে। মহা প্ৰভুৰ চৰণত সেৱা জনাই গোবিন্দ মূৰ্ত্তি খনি হাতত তুলি লৈ পাণ্ডাৰ পৰা বিদায় মাগি শ্ৰীক্ষেত্ৰৰ পৰা উলটি আহি গঙ্গাৰ পাৰত বলহি। তাতে তেখেত কিছু দিন থাকিবৰ অভিলাষ কৰি মূৰ্ত্তিখনি ঘৰলৈ পঠাবৰ মনেৰে শ্ৰীৰাম আতাক মূৰ্ত্তিখনি নিবলৈ আজ্ঞা কৰিলে। শ্ৰীৰাম আতা সম্মত হৈ মূৰ্ত্তিখনি তুলি লবৰ মনেৰে দুহাতে ধৰিও ডাঙিব নোৱাৰিলে। গোবিন্দেও যদুমণি দেৱক এৰি নাহিবৰ মন কৰি জগতৰ ভৰ দিলে। তাৰ পাছত শ্ৰীৰাম আতা সহ দহ গৰাকী ভকতেও মূৰ্ত্তিখনি ডাঙিব নোৱাৰাত অসংখ্য যাত্ৰী আহি সাঙ্গী ভাৰ বান্ধি নানা প্ৰকাৰ যত্ন কৰিও মূৰ্ত্তিখনি থোৱা ঠাইৰপৰা লৰাব নোৱাৰিলে। যদুমণি

দেৱে মিছাতে মুৰ্ত্তিখনিক কষ্ট দিয়া ভাল নহয় বুলি গোবিন্দ মূৰ্ত্তি হাতত তুলি লৈ খোজ ললে। তেঁওৰ অসীম শকতি দেখি সকলোৱে আচৰিত হৈ ঈশ্বৰ শক্তি ভাবি প্ৰসংশাসহ নমস্কাৰ কৰি পৰম কৃতাৰ্থ লাভ কৰিলে। তাৰ পাছত গোবিন্দ মুৰ্ত্তিক লৈ শ্ৰীবংশীগোপালদেৱৰ সত্ৰ পালেহি। তাতে কথা-সুখত দিন দিয়েক সপি তাৰ পাছত নিজ গৃহ পালত বিশিষ্ট ব্ৰাহ্মণৰ দ্বাৰাই পূজা কৰাই সোণৰ ফুল দি গোবিন্দ মূৰ্ত্তি পিতৃ-বৈকুণ্ঠত ৰাখিলে।

যদুমণি দেৱে বাঁহবাৰীত হাতী-বাটী নামঘৰ মণিকূট সজাই ধৰ্ম্ম প্ৰকাশ কৰি বহে। যদুমণি দেৱৰ তিনি গৰাকী পুত্ৰ জন্মে। নাম,—সনাতন দেৱ, ৰতিকান্ত দেৱ আৰু শ্ৰীকান্ত দেৱ। সনাতন দেৱৰপৰা দিহিঙৰ সত্ৰ হয়, ৰতিকান্ত দেৱ আদি সত্ৰ বাঁহবাৰীতে থাকে, আৰু শ্ৰীকান্তৰ পৰা ন মাটি সত্ৰ হয়। চৰিত্ৰ মতে সনাতন দেৱ যদুমণি দেৱৰ জ্যেষ্ঠ পুত্ৰ। কিন্তু পিতৃ-বৈকুণ্ঠ আদি সত্ৰ বাঁহবাৰী সনাতন দেৱৰ হাতত নাই, আৰু সনাতন দেৱৰপৰা হোৱা দিহিঙৰ সত্ৰাধিকাৰসকলে বৰ্ত্তমান যদুমণি দেৱৰ শ্ৰাদ্ধ তিথি পালন নকৰে। ই এটি বিসদৃশ ঘটনা। এই বিষয়ে দিহিং সত্ৰৰ জনা বুজা সন্তসকলে তলত লিখা ঘটনাটি উল্লেখ কৰি সনাতন দেৱক যদুমনি দেৱৰ কনিষ্ঠ পুত্ৰ বুলি কয়।

বৰআতা যদুমণি দেৱে এখনি শাকবাৰী চিকুণাই তাতে ভুটিমান বেঙেনা পুলি কইছিল। এদিন যদুমণি দেৱৰ পত্নী

আই মাতৃয়ে ভোজন দ্ৰব্য প্ৰস্তুত কৰিবৰ কাৰণে তাৰে বেঙেনা এজুপিৰ পৰা দুটি বেঙেনা কাঁলি আনি ব্যঞ্জন তৈয়াৰ কৰি আতাক ভোজন কৰিবলৈ দিলে। আতাই কৰ বেঙেনা বুলি পত্নীক পুছিলত পত্নীয়ে বাৰীৰ বেঙেনা বুলি জনালে। আতাই নিজ হাতে ৰোৱা ন বেঙেনা 'থুল'ৰ * ভকত-সকলক নিদিয়াকৈ ভোজন কাৰ্য্যত লগোৱা হৈছে বুলি সবিশেষ জানিব পাৰি থুলৰ ভকতসকলক মতাই আনি তাৰে অগ্ৰভাগ ভকতসকলক দিহে পাছত নিজে ভোজন কাৰ্য্য কৰে। পত্নীৰ এনে বিপৰীত কাৰ্য্যত গুৰুজনে মনত মহা খেদ কৰি কলে যে "তুমি আমাৰ সহধৰ্ম্মিণী হৈয়ো থুল আৰু ভকত কি বস্তু নাজানিলা। সেই কাৰণে আজি ভালকৈ জনোৱা হব"। এই বুলি বৰ আতা যদুমণি দেৱে তিনিও গৰাকী পুত্ৰক ওচৰলৈ মতাই আনি জ্যেষ্ঠ পুত্ৰ ৰতিকান্ত দেৱক সুধিলে—"তোমাক আমাক লাগে নে ধৰ্ম্ম বস্তু লাগে?" ৰতিকান্ত দেৱে "পিতৃৰ চৰণ পালেই সকলো পাম, ধৰ্ম্ম কি বস্তু নেজানো" বুলি জনালত গুৰুজনে পুনৰ মাজু পুত্ৰ শ্ৰীকান্ত দেৱক সুধিলে—"আমাক লাগে নে ধৰ্ম্মক লাগে?" শ্ৰীকান্ত দেৱেও ৰতিকান্ত দেৱৰ দৰে উত্তৰ দিয়াত কনিষ্ঠ সনাতন দেৱক পুছিলে "আমাৰ মুমলীয়া পোৰ বা কি

---

* যদুদেৱ সম্প্ৰদায়ৰ লোকে গুৰুজনৰ সমাধি-ক্ষেত্ৰক থান, সত্ৰৰ উদাস ভকতসকলে বাস কৰা গৃহক হাটী আৰু পৰমাৰ্থিক সন্ত সকলৰ সমষ্টিক থুল বুলি কয়।

উত্তৰ ?" সনাতন দেৱ তেতিয়া নাবালক। শিশু চাঞ্চল্যৰ হেতু নভবাকৈয়ে উত্তৰ দিলে—"ধৰ্ম্মই সকলো"। কনিষ্ঠৰ উত্তৰ শুনি আতাই পৰম সন্তোষ লভি কনিষ্ঠ পুত্ৰ সনাতন দেৱৰ ওপৰতে সকলো অপি বিষয় সুখ পৰিত্যাগ কৰি জ্যেষ্ঠ পুত্ৰ ৰতিকান্ত দেৱ আৰু মাজু পুত্ৰ শ্ৰীকান্ত দেৱক লগত লৈ ভকতসকলৰ সৈতে উদাসত ৰলগৈ। কনিষ্ঠ সনাতন দেৱক সকলোৱে মিলি আতাৰ আজ্ঞা অনুসাৰে বাঁহবাৰী সত্ৰত নাবালক অৱস্থাতে ধৰ্ম্মাচাৰ্য্য পাতি অধিকাৰৰ ক্ষমতা দিলে। ১৬৯ শকব্দত ফাগুনৰ শুক্লা চতুৰ্দ্দশী তিথিত বৰ আতাৰ বৈকুণ্ঠ প্ৰয়াণ হোৱাত জ্যেষ্ঠ পুত্ৰ ৰতিকান্ত দেৱ উদাসৰপৰা আহি সনাতন দেৱৰ ওচৰত জনালে যে ভয়াই সকলো পালে। জ্যেষ্ঠৰ অধিকাৰ অনুসাৰে আমাক পিতৃ-বৈকুণ্ঠখনি আৰু শ্ৰাদ্ধ তিথিটি যেন আমাক দিয়ে। তেতিয়া সনাতন দেৱে জ্যেষ্ঠ জনৰ প্ৰাৰ্থনা মতে পিতৃ-বৈকুণ্ঠ বাঁহবাৰী সত্ৰ আৰু শ্ৰাদ্ধ তিথিটিৰ একেবাৰে স্বত্ব ত্যাগ কৰি বাঁহবাৰীৰপৰা গৈ দিহিং নৈৰ পাৰত বাহৰ কৰি ৰলগৈ। প্ৰবাদ আছে যে দিহিং নদীয়ে সপোনত সনাতন দেৱৰ ওচৰত শৰণ লৈ তাতে সত্ৰ পাতিবৰ কাৰণে কাতুৰ্ব্বাদ কৰাত সনাতন দেৱে তাত সত্ৰ স্থাপন কৰি ৰল, আৰু সত্ৰৰ নাম দিহিং সত্ৰ ৰাখিলে। দিহিং সত্ৰৰ এয়ে আতি-গুৰি।

---

# ৰাজ-কোপত নিৰ্ব্বাসন।

সনাতন দেৱে ডেৰকুৰি বছৰ ধৰ্ম্ম প্ৰকাশ কৰি তাৰ পাছত ১৭৮ শকৰাব্দত আঘোণৰ কৃষ্ণ সপ্তমী তিথিত খোৱাঙত বৈকুণ্ঠ প্ৰয়াণ কৰে। সনাতন দেৱৰ পুত্ৰ জগনন্দন দেৱে দিহিং সত্ৰৰ অধিকাৰ হয়। জগ নন্দন দেৱৰ দিনতে ৰাজ-নীতিবিজ্ঞ মহাৰাজ গদাধৰ সিংহ স্বৰ্গদেৱে ৰাজ্যৰ সকলো অকৰ্ম্মণ্য আৰু এলেহুৱা মানুহক ধৰি নি ধোদৰ আলি কৰায়। সাংসাৰিক কাৰ্য্যলৈ উদাস এটকা কৰি মহন্তই গোটেই অসম বিয়পি পৰাত তাৰ দ্বাৰাই ৰাজ্যৰ ঘোৰ অনিষ্ট হব বুলি আশঙ্কা কৰি সকলো মহন্তকে ধৰাই নি নামৰূপৰ মহা অৰণ্যত নিৰ্ব্বাসন দি অনশনত প্ৰাণদণ্ড দিয়ে। গদাধৰ সিংহ স্বৰ্গদেৱ মহন্ত-বিদ্বেষী হোৱাৰ কাৰণ ইয়ো যে লৰা ৰজাৰ ভয়ত গদাপাণি কোঁৱৰ কিছুদিন আউনীআটি সত্ৰত ছদ্মবেশেৰে, থকাত এজন ভকতে "এইটো কৰ মানুহ, ইয়াৰ পৰা যা" বুলি গাত পিক পেলাই খেদি দিছিল। বন্দৰ বৰফুকনে গদাপাণিক নি নিজ গুৰু দক্ষিণপাট সত্ৰৰ অধি-কাৰৰ লগত সাক্ষাৎ কৰাত দক্ষিণপাট সত্ৰাধিকাৰ বনমালী বাপুৱে তাৰাৰ শিষ্য লৰা ৰজাৰ বিৰুদ্ধে নচলিবৰ কাৰণে অনুৰোধ কৰিছিল। কিন্তু বৰফুকন তাত সন্মত নোহোৱাত অধিকাৰ বাপুৱে ক্ৰোধ কৰি 'তোৰ ভেটি উছন হব' বুলি অভিশাপ দিলে। বৈষ্ণৱ ধৰ্ম্মাবলম্বী এই প্ৰধান সত্ৰ দুখ-নত গদাপাণি কোঁৱৰে এইদৰে অপমান পাই কোঁৱৰালি

কালৰ পৰাই গদাপাণিয়ে অন্তৰত বৈষ্ণৱ বিদ্বেষৰ বীজ বপন কৰি ৰাখিছিল। গদাপাণিয়ে সিংহাসনত উঠিয়েই বৈষ্ণৱ ধৰ্ম্মাবলম্বী সকলো গোঁসাই মহন্তকে ধৰি আনি নিৰ্য্যাতন কৰিবলৈ ধৰিলে। দিহিং সত্ৰাধিকাৰ পুৰুষ জগবন্দন দেৱক ধৰি নি নামৰূপত এৰি দিবলৈ ৰজাৰ আজ্ঞা হল। ৰজাৰ মানুহে পুত্ৰ সমন্বিতে জগবন্দন দেৱক ধৰি নিয়ে।

জগবন্দন দেৱৰ ব্ৰজভূষণ, কণ্ঠভূষণ আৰু প্ৰেমভূষণ দেৱ এই তিনি গৰাকী পুত্ৰ। জগবন্দনৰ লগত পুত্ৰ তিনি গৰাকীকো নিয়া হৈছিল। জগবন্দন দেৱক নাৱেৰে কেজন মান দাইনী গঞা কৈবৰ্ত্ত মানুহে নিছিল। সেই নাৱঁৰীয়া কৈবৰ্ত্তসকলৰ ভিতৰত কেগৰাকীমান শুদ্ধ সাত্ত্বিক লোক আছিল। তেওঁবিলাকে গুৰুজনক বাটত সদাই নিত্য নৈমিত্তিক কাৰ্য্যাদি নিয়মমতে কৰাই নিছিল। নাৱৰীয়াসকলে গুৰুজনক জনালে "আতা ৰাজ-কোপত সকলো শেষ হবৰ আগন্তুক। তিনটিৰ এটিক সংসাৰৰ জীৱসকলৰ কাৰণে ৰাখি গলে জগতৰ পৰম কল্যাণ হয়।" গুৰুজনে ভাবি-চিন্তি চাই দুজন বিশিষ্ট লোকেৰে এখনি নাৱত কনিষ্ঠ পুত্ৰ প্ৰেমভূষণ দেৱক পলুৱাই ভটিয়াই পঠিয়াই দিলে। কৈবৰ্ত্ত লোক দুজনে নানা কৌশলেৰে প্ৰেমভূষণ দেৱক ৰাজকোপৰ পৰা ৰক্ষা কৰে। জগবন্দন দেৱক দুটি পুত্ৰ সহ ২১৫ শকৰাব্দত নামৰূপৰ মহা অৰণ্যত নিৰ্ব্বাসন দিয়ে। তাতেই জগবন্দন দেৱৰ অনশনত প্ৰয়াণ কাৰ্য্য হয়।

প্ৰেমভূষণ দেৱক এখনি শিলিখা তলিৰ মাজত পৰম গুপুতে ৰাখিছিল। যাতে ৰজাৰ অনুচৰে কোনো প্ৰকাৰে সন্দেহ নাপাই তাৰ কাৰণে শিলিখা তলিৰ চাৰিও ফালে বেঢ়ি থকা সাতখন গাৱঁৰ মানুহে অতি সতৰ্ক ভাৱেৰে পহৰা দি প্ৰেমভূষণ দেৱক ৰক্ষা কৰা কাৰ্য্যত পৰম সাহায্য কৰিছিল। সেই কাৰণে দিহিং সত্ৰত সাত নগৰীয়াৰ নামে সাজৰ অগ্ৰভাগ ৰখাৰ ব্যৱস্থা আজিলৈকে আছে।

---

## পুনৰ সত্ৰ স্থাপন

সেৱকসকল আৰু সাত নগৰীয়াৰ যত্নত প্ৰেমভূষণ দেৱ কিছুকাল গুপুতে থকাত তাৰ পাছত মহাৰাজ গদাধৰ সিংহ স্বৰ্গদেৱ স্বৰ্গী হয়। প্ৰবাদ আছে যে গদাধৰ সিংহ গৰ্স্বী হোৱাত তেওঁৰ প্ৰেতাত্মাই "মহন্তৰ জুইয়ে পুৰি মাৰিলে, ৰক্ষা কৰা ৰক্ষা কৰা" বুলি ৰাতি বিকট আৰাও কৰি ৰাজপুৰী খলক লগাই তাছিল। গদাধৰ সিংহ স্বৰ্গদেৱৰ পুত্ৰ মহাৰাজ ৰূদ্ৰসিংহ স্বৰ্গদেৱে পিতৃৰ প্ৰেতাত্মাৰ এনে জ্বালাময় বিকট চিঞৰ শুনি অস্থিৰ হল। শেষত আন একো উপায় নাপায় পাত্ৰ-মন্ত্ৰী সকলোৰে পৰামৰ্শ কৰি নিৰ্য্যাতিত মহন্তসকলৰ পো-নাতি যত যেনি আছে সেই সকলক বিচাৰ কৰি আনি মাটি-বৃত্তি আদি দি সন্তুষ্ট কৰি

পুনৰ সত্ৰ স্থাপন কৰি ধৰ্ম্ম প্ৰকাশ কৰিবলৈ আদেশ কৰিলে। মহাৰাজৰ আদেশ অনুসাৰে কাৰ্য্য কৰা হল। দিহিঙৰ মহন্তৰ কোন আছে বুলি বিচাৰ কৰাতো আহোমৰ ছলনা বুজিব নোৱাৰি বুলি ভকতসকলে প্ৰেমভূষণদেৱক গুপ্ত ভাৱেৰেই ৰাখিলে। সেই সুযোগতে ৰাজ অনুগ্ৰহৰ আকাঙ্ক্ষাত চেচা, গজলা, সৰু খৰাঙী, বৰ খৰাঙী আৰু কঁহাৰপৰীয়া এই পাঁচখন সত্ৰৰ মহাজনে দিহিঙৰ মহন্তৰ বংশধৰ বুলি পৰিচয় দি ৰাজঅনুগ্ৰহ লাভ কৰিব খুজিছিল। যেতিয়া সেৱকসকলে বুজিলে যে ৰজাই প্ৰকৃততে মহন্তসকলক সমাদৰ কৰি সন্তুষ্ট কৰিছে, তাত কোনো প্ৰতাৰণা নাই, তেতিয়া সকলোৱে মিলি প্ৰেমভূষণদেৱক ৰজাৰ সমীপলৈ নি দিহিঙৰ সত্ৰাধিকাৰ জগবন্দনদেৱৰ পুত্ৰ বুলি পৰিচয় দিয়ে। মহাৰাজ ৰুদ্ৰসিংহও প্ৰেমভূষণ দেৱক দিহিঙৰ মহন্তৰ সন্ততি বুলি প্ৰমাণ পাই যথাযোগ্য সন্মানেৰে সন্তোষিত কৰি পুনৰ সত্ৰ স্থাপন কৰি ধৰ্ম্ম প্ৰকাশ কৰিবৰ কাৰণে আদেশ দিয়ে। পুৰুষ প্ৰেমভুষণদেৱে শিলিখাতলিতে পুনৰ সত্ৰ স্থাপন কৰি ৩০ বছৰ কাল ধৰ্ম্ম প্ৰকাশ কৰে। প্ৰেমভূষণ দেৱে ২৭৯ শঙ্কৰাব্দত চতৰ বাম নৱমীত সোণাই নৈ বাহৰত বৈকুণ্ঠ প্ৰয়াণ কৰে।

প্ৰেমভূষণদেৱে শিলিখা তলিতে পুনৰ সত্ৰ স্থাপন কৰি ধৰ্ম্ম প্ৰকাশ কৰাৰ কাৰণে তেতিয়াৰেপৰা দিহিঙৰ মহন্তসকলক শিলিখাতলীয়া মহন্ত বুলি কয়। প্ৰেমভূষণদেৱৰ

অজ্ঞাতবাসৰ স্মৃতি স্বৰূপে দিহিংসত্ৰবিলাকত শিলিখা গছ এতিয়াও দেখিবলৈ পোৱা যায়।

ওপৰত উল্লেখ কৰা পাচখন সত্ৰৰ মহাজনে প্ৰতাৰণা কৰিব খোজাৰ কাৰণে দিহিং সত্ৰাধিকাৰ পুৰুষ প্ৰেমভূষণদেৱে সেই মহন্তসকলৰ শিষ্য সম্প্ৰদায়ৰ লগত আচৰণ প্ৰৱৰ্ত্তন নকৰিবলৈ নিজৰ শিষ্যসকলক নিষেধাজ্ঞা কৰিছিল। সেই দিনাৰ পৰা আজিলৈকে দিহিঙীয়া শিষ্য সম্প্ৰদায়ে উপৰোক্ত পাঁচজন শিষ্যৰ লগত কোনো প্ৰকাৰ আচৰণ প্ৰৱৰ্ত্তন নকৰি নিজৰ গৌৰৱ ৰক্ষা কৰি আহিছে।

---

# ৰাজ-সন্মান প্ৰাপ্তি।

পুৰুষ প্ৰেমভূষণদেৱৰ পৰলোক কাৰ্য্য ঘটাত তাঁৰাৰ পুত্ৰ পুৰুষ কৈৱল্যনন্দনদেৱ দিহিং সত্ৰাধিকাৰ হয়। ২৬৬ শকৰ্বদত শিলিখা তলিত পুৰুষ কৈৱল্যনন্দনদেৱৰ জন্ম হৈছিল। এই জনা অধিকাৰ পুৰুষৰ দিনৰ পৰাই দিহিং সত্ৰাধিকাৰ গুৰুসকলে ৰাজ-যোগ্য সন্মানেৰে সন্মানিত হৈ আজিলৈকে অখণ্ড প্ৰতাপেৰে শিষ্য মণ্ডলীৰ ওপৰত প্ৰতিপত্তি লাভ কৰি আহিছে। পুৰুষ কৈৱল্যনন্দনদেৱৰ সুন্দৰ লাৱণ্যযুক্ত আছিল কাৰণে তাঁৰা দিহিঙৰ চিকুণ গোসাঁই বুলি আজিলৈকে প্ৰখ্যাত। পুৰুষ কৈৱল্যনন্দনদেৱে কি

কাৰণত ৰাজ সন্মান লাভ কৰি মহাপুৰুষ শঙ্কৰদেৱৰ ত্যাগ-আদৰ্শ নষ্ট কৰি গুৰুসকলৰ বিলাস-মন্দিৰ গঢ়ি থৈ শঙ্কৰ-বুৰঞ্জীৰ পাত কেইটা কলঙ্কিত কৰি থৈ গল তাৰ কাৰণ তলত অলপ বহলাই লিখা হল।

মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পৰলোক হোৱাত তেওঁৰ পুত্ৰ মহাৰাজ শিৱসিংহ স্বৰ্গদেৱে আহোম সিংহাসনত আৰোহণ কৰে। মহাৰাজ শিৱসিংহ স্বৰ্গদেৱে ৰাজত্ব কৰাৰ কিছু কালৰ পাচত ৰাজ্যত মহা অমঙ্গলৰ সূচনা হোৱাত জ্যোতির্বিদ পণ্ডিতসকলে জনালে যে "মহাৰাজৰ ছত্ৰভঙ্গ যোগ পৰিছে। দৈৱিকৰূপে ছত্ৰভঙ্গ হলে ৰাজ্যত মহা অমঙ্গল হব পাৰে। সেই কাৰণে মহাৰাজে নিজেই ছত্ৰভঙ্গ কৰি দৈৱিক বিপদৰপৰা হাত সৰা উচিত।" পণ্ডিতসকলৰ কথা মতে ৰজাই বহুত ভাৰি চিন্তি চাই প্ৰজাৰ মঙ্গলৰ হকে ৰাণী ফুলেশ্বৰী কুৱঁৰীক ৰাজ্যভাৰ দি নিজেই ছত্ৰভঙ্গ কৰি নিশ্চিন্ত হল। ৰজাই শক্তি-মন্ত্ৰত দিক্ষীত হৈ অধিক সময় মন্ত্ৰ জপ কৰি কটেৱাত লাগিল।

সেই সময়ত শঙ্কৰ প্ৰচাৰিত নিৰ্ম্মল ভাগৱতী ধৰ্ম্মৰ প্ৰভাৱ বেছি আছিল। ৰাণী ফুলেশ্বৰী কুৱঁৰীয়ে ভাবিলে যে ৰজাৰ যি ধৰ্ম্ম প্ৰজাৰো সেই ধৰ্ম্ম হোৱা উচিত। সেই কাৰণে ৰাণী ফুলেশ্বৰী কুৱঁৰীয়ে নিৰ্ম্মল ভাগৱতী ধৰ্ম্মালম্বী মহন্তসকলক দুৰ্গোৎসৱলৈ নিমন্ত্ৰণ কৰি আনি বলেৰে দেৱীৰ ওচৰত সেৱা কৰাই বলিকটা তেজেৰে কপালত

ফোট দি মুখত প্ৰসাদ কঁতিয়াই দিলে। ৰাণীৰ এই কাৰ্য্যত সকলো মহন্তই মনত বৰ মৰণান্তিক বেজাৰ পালে। আন আন মহন্ত সকলতকৈ ভাগৱতী ধৰ্ম্মত অটল বিশ্বাসী ধৰ্ম্মপ্ৰাণ মায়ামৰা সত্ৰৰ মহন্তৰ বৰ অসহনীয় হল। ইয়াৰ প্ৰতিশোধ লবৰ কাৰণে মায়ামৰা সত্ৰাধিকাৰ মহাজন দৃঢ় প্ৰতিজ্ঞ হল। তাৰাই তলে তলে অনেক শিষ্য গোট খুৱাই ইয়াৰ প্ৰতিহিংসা সাধনৰ চেষ্টাত লাগি গল।

শিৱসিংহ স্বৰ্গদেৱৰ দিনত মহন্তসকলে কোনো বিদ্ৰোহ আচৰণ কৰা নাছিল। কাৰণ প্ৰবল পৰাক্ৰমী আহোম ৰজাৰ বিপক্ষে প্ৰকাশ্যে যুজিবৰ হলে অস্ত্ৰহীন মহন্তৰ বহু-দিনীয়া আয়োজনৰ আৱশ্যক।

শিৱসিংহ স্বৰ্গদেৱ স্বৰ্গী হলত মহাৰাজ ৰুদ্ৰসিংহৰ আদেশ অনুসাৰে ভায়েক প্ৰমত্তসিংহ ৰজা হয়। প্ৰমত্তসিংহৰ দিনতো মায়ামৰা মহন্তই প্ৰকাশ্যে কোনো বিদ্ৰোহ কৰা নাছিল। প্ৰমত্তসিংহ স্বৰ্গদেৱৰ মৃত্যুৰ পাছত ভায়েক মোহনমালা বা দেৱ মোহন কোঁৱৰ ৰজা হব লাগিছিল। কাৰণ মোহনমালা দেৱ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ ৩য় পুত্ৰ। কিন্তু উদ্ধত-প্ৰকৃতিৰ বকতিয়ালৰ বৰবৰুৱা মহামন্ত্ৰী কীৰ্ত্তিচন্দ্ৰই তেওঁৰ অধিকাৰ গুচাই ৪থ পুত্ৰ ৰাজেশ্বৰ সিংহক সিংহাসনত বহুৱায় আৰু মোহনমালা কোঁৱৰক নামৰূপলৈ খেদি দিয়ে। মায়ামৰা মহন্তই মোহনমালা কোঁৱৰক হাত কৰি লৈ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ অন্যায়ৰ প্ৰতিকাৰৰ অৰ্থে বিদ্ৰোহৰ

সূত্ৰপাত কৰে। সকলোবিলাক শিষ্য ৰজাৰ বিৰুদ্ধে প্ৰস্তুত হল।

মহাৰাজ ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱ তীক্ষ্ণ দৃষ্টিৰ আৰু সূক্ষ্ম-বিবেকী পুৰুষ আছিল। তেখেতে সিংহাসনত বহি মনে মনে নাথাকি বিদ্ৰোহ দমনৰ উপায় চিন্তিবলৈ ধৰিলে। ৰজাই ভাবিলে মায়ামৰা মহন্তৰ যিমান শিষ্য আৰু বিভূতি শিলিখা-তলীয়া দিহিঙৰ মহন্তৰো সিমান শিষ্য আৰু বিভূতি বিশেষতঃ দুয়ো ভাই ভাই সম্বন্ধ। দিহিঙৰ মহন্তক হাত কৰি তেওঁৰ বন্ধু মায়ামৰাৰ মহন্তৰ গতিবিধিৰ ওপৰত লক্ষ্য ৰাখিলে বিদ্ৰোহ দমনৰ অনেক সুযোগ আছে বুলি ৰজাই দিহিঙৰ কৈবল্যনন্দনদেৱক মাতি আনি বন্ধুভাৱে সামৰি ললে।

দিহিঙৰ মহন্তক ৰজাই চাওঁলৈ আনি ৰজাই মায়ামৰা মহন্তৰ গতিবিধি আৰু বিদ্ৰোহৰ সকলোবিলাক গুপ্ত মন্ত্ৰণাৰ কথা জানি আছিল। দিহিঙৰ মহন্তইও ৰজাক সন্তুষ্ট কৰিবলৈ মায়ামৰা মহন্তৰ সকলো সম্বেদ ৰজাত জনালত ৰজাই বিদ্ৰোহ প্ৰবল নৌ হওতেই বিদ্ৰোহ আয়োজনত লিপ্ত থকা মায়ামৰা শিষ্যসকলক প্ৰাণদণ্ড দি বিদ্ৰোহ দমন কৰিলে। ৰজাৰ এই কাৰ্য্যত মায়ামৰা বিদ্ৰোহীসকলৰ দিহিঙৰ মহন্তৰ ওপৰত পেটে পেটে ভয়ঙ্কৰ আক্ৰোশ হল। কাৰণ ধৰ্ম্মৰ মূলত কুঠাৰাঘাত কৰি ইচ্ছা-তন্ত্ৰী প্ৰবল প্ৰতাপী অন্যায় অত্যাচাৰী ৰজাই ৰাক্ষসী শাসনেৰে দেশ গ্ৰাস কৰিব খোজাত, অস্ত্ৰহীন মহন্তই ৰজাৰ বিৰুদ্ধে ঠিয় হৈ ধৰ্ম্ম আৰু

প্ৰজাৰ গৌৰৱ ৰক্ষা কৰিবলৈ যোৱাত দিহিঙৰ মহন্তই ৰাজ অনুগ্ৰহৰ আকাঙ্ক্ষাত ধৰা পেলাই দিছিল। দিহিঙৰ মহন্তই ভাবি নেচালে যে তাৰাৰ এই অখ্যাতি ভবিষ্যত বুৰঞ্জী লিখকে চকুপানী টুকি লিখিব লাগিব।

মায়ামৰা সম্প্ৰদায়ৰ ভাগ্য-বিপৰ্য্যয় ঘটাত দিহিঙৰ মহন্তৰ ভাগ্য-লক্ষ্মী উদয় হল। লাহে লাহে দিহিঙৰ মহন্ত পুৰুষ কৈবল্যানন্দনদেৱ ৰজাৰ ভিতৰুৱা পৰম বিশ্বাসী হৈ উঠিল। আমি ওপৰত কৈ আহিছো কৈবল্যনন্দনদেৱ বৰ সুন্দৰ লাৱণ্যযুক্ত আছিল। ৰজাই এদিন কৈবল্যনন্দনদেৱৰ শৰীৰত ৰাজ-চিহ্ন দেখি তাৰাক ৰাজ আভৰণ পিন্ধাই সিংহাসনত বহি কোলাত তুলি লৈ চিকুণৰো চিকুণ দেখি চিকুণ গোসাই নাম দিলে। তেতিয়াৰপৰাই আজিলৈকে তাৰা দিহিঙৰ চিকুণ গোঁসাই বুলি প্ৰখ্যাত। মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে পৰুষ কৈবল্যনন্দনদেৱক লক্ষীমপুৰত ৭৫০ পুৰা মাটি নিষ্কৰ কৰি দি গাদীত বহুৱাই ভবিষ্যতে ৰজা নহলে ৰজা হব বুলি দিহিং সত্ৰক ৰাজ-সত্ৰ নাম দিলে। তেতিয়াৰ পৰাই দিহিং সত্ৰ ৰাজ-সত্ৰ নাম হল আৰু সত্ৰ চলোৱাৰ আহিও ৰজাৰ নিচিনা কৰিলে। দিহিং সত্ৰাধিকাৰ পুৰুষে কেকোৰাডোলা, পঋিডোলা আদি আৱশ্যকীয় ৰাজপিতাপ পোৱাৰ বাহিৰেও নিজৰ আৱশ্যকীয় কাৰ্য্য চলাবৰ কাৰণে বৰা, হাজৰিকা, শইকীয়া, ভূঞা আদি পাতি লবৰ বিশেষ ক্ষমতা পালে।

স্বৰ্গদেৱে দিহিং সত্ৰাধিকাৰ পুৰুষক লগ এৰি ফুৰিবলৈ ভাল নেপাইছিল। সেইদেখি স্বৰ্গদেৱে নিজৰ 'চকচিং' নামে দঁতাল হাতী এটি দান কৰি ফুৰিবৰ কাৰণে সুবিধা কৰি দিছিল। শিলিখাগুলিত সত্ৰ থকাত ৰজাৰ সৈতে নিতৌ সাক্ষাৎ কৰা বৰ অসুবিধা হোৱা বুলি ভাবি ৰজাই ৰংপুৰতে সত্ৰ পাতিবৰ কাৰণে পুৰুষজনক অনুৰোধ কৰে। ৰজাৰ অনুৰোধ মতে পুৰুষ কৈবল্যনন্দনদেৱে শিলিখাতলিৰপৰা সত্ৰ তুলি নি ৰংপুৰত স্থাপন কৰি নিতৌ ৰজাৰে সৈতে আমোদ প্ৰমোদ কৰি ৰাজ-পৰিবাৰৰ কৌতুক জন্মাই আছিল।

ৰজাই ৰংঘৰৰ ৰং চাবলৈ আৰু ডাঙৰ ডাঙৰ বিচাৰ-বোৰৰ মিমাংসা কৰিবলৈ সত্ৰাধিকাৰ পুৰুষক সদায় ৰংঘৰলৈ লৈ গৈছিল। ৰংঘৰত ৰং চাই থাকোতে এদিন বকতিয়ালৰ বৰবৰুৱা মহামন্ত্ৰী কীৰ্ত্তিচন্দ্ৰ সুবৃহৎ ৰংঘৰৰ ওপৰৰপৰা খহি পৰাত অধিকাৰ পুৰুষে মূৰৰ চুলিত থাপ মাৰি ধৰি মন্ত্ৰী ডাঙৰীয়াক ওপৰলৈ তুলি আনে। ইয়াক দেখি ৰজা প্ৰজা সকলো আচৰিত হৈ তাৰাক ঈশ্বৰ-শক্তি বুলি ধন্যবাদ দিলে। ৰজা পৰম সন্তুষ্ট হৈ তেতিয়াই পুৰস্কাৰ স্বৰূপে বচা, হামদৈ, নোগোৰা এই কেইখন নিষ্কৰ-ভূমি দান কৰিলে। পুৰুষজনৰ ওপৰত ৰজা পৰম সন্তুষ্ট আছিল, সেইদেখি ৰজাই ক্ৰমশঃ পুৰুষ কৈবল্যনন্দনদেৱক অনেক নিষ্কৰ মাটি দান কৰে। ৰজাই দান কৰা দিহিং সত্ৰৰ নিষ্পিখেৰাজী মাটি গুৱাহাটীত আৰু বৰপেটাত বহুত আছে।

ৰাজ-পৰিয়ালবৰ্গেৰে মহাপ্ৰীতিৰে সুদীৰ্ঘ কাল ধৰ্ম্ম প্ৰকাশ কৰি ৬৩৭ শকৰাব্দত বহাগৰ কৃষ্ণা অষ্টমী তিথিত ৰংপুৰত পুৰুষ শ্ৰীশ্ৰীকৈবল্যানন্দনদেৱে বৈকুণ্ঠ প্ৰয়াণ কৰে।

---

## মায়ামৰা বিদ্ৰোহত নিৰুদ্দেশ।

পুৰুষ শ্ৰীশ্ৰীকৈবল্যনন্দনদেৱৰ দুগৰাকী পুত্ৰ, ব্ৰজৰঞ্জনদেৱ আৰু ভকতৰঞ্জনদেৱ। ৰংপুৰ থানত পিতৃৰ তিৰোভাব কাৰ্য্য সমাপন কৰি জ্যেষ্ঠ পুত্ৰ ব্ৰজৰঞ্জনদেৱ দিহিং সত্ৰৰ অধিকাৰ হয়। ভাতৃ ভকতৰঞ্জনদেৱক পিতৃ-বৈকুণ্ঠ ৰংপুৰ থানতে থাকিবলৈ দি পূৰ্ব্বৰ দিহিঙত সত্ৰ স্থাপন কৰিলেগৈ।

প্ৰজাৰঞ্জক ৰজা ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত দিহিঙৰ অধিকাৰ পুৰুষে যিদৰে প্ৰতিপত্তি পাইছিল পাছৰ ৰজাসকলৰ দিনতো সেইদৰে মান আৰু প্ৰতিপত্তি পাইছিল। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ লোকান্তৰৰ পাছত লক্ষ্মীসিংহ স্বৰ্গদেৱ ৰজা হয়। মহাৰাজ লক্ষ্মীসিংহ স্বৰ্গদেৱে দিহিঙৰ অধিকাৰ পুৰুষ ব্ৰজৰঞ্জনদেৱক বৰ সমাদৰ কৰিছিল।

মহাৰাজ শিৱসিংহ স্বৰ্গদেৱৰ দিনত মায়ামৰা বিদ্ৰোহৰ সুত্ৰপাত কেনেকৈ হয় তাক আগেয়ে কৈ অহা হৈছে। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত মায়ামৰা সত্ৰাধিকাৰৰ শিষ্য সম্প্ৰদায়ে প্ৰকাশ্যে বিদ্ৰোহ কৰিবলৈ সুচল পোৱা নাছিল।

দিহিঙৰ মহন্তৰ পৰামৰ্শ মতে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে বুদ্ধি কৌশলেৰে তাক একেবাৰে দমন কৰিলে। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ লোকান্তৰৰ পাছত যেতিয়া লক্ষ্মীসিংহ ৰজা হয় তেতিয়া ধৰ্ম্মপ্ৰাণ মায়ামৰা মহন্তৰ শিষ্য সম্প্ৰদায়ৰ লগত স্বাৰ্থান্ধ আন আন বহুত মানুহ যোগ হৈ দেশত বিদ্ৰোহ-অগ্নি জ্বলাই দিলে। যিসকলে অৰিতীয়া হৈ দেশত বিদ্ৰোহ আৰু অশান্তিৰ সৃষ্টি কৰিলে তেতিয়া সেইসকল মোৱামৰীয়া মটক বুলি ৰজাৰকলীয়া লোকে গৰিহণা দিবলৈ ধৰিলে। প্ৰকৃততে মোৱামৰীয়া বুলি অসমত কোনো এটি জাতি বা সম্প্ৰদায় নাই। বিদ্ৰোহীদলেই শান্তিভঙ্গকাৰী মটক মোৱা-মৰীয়া বুলি সকলোৰে বিদ্ৰূপৰ স্থল।

এই বিদ্ৰোহী বা বিপ্লববাদীসকলৰ লগত যে অকল স্বাৰ্থপৰ সাধাৰণ শ্ৰেণীৰ মানুহ হে আছিল এনে নহয়, ৰাজ-বংশধৰ আহোম বিষয়া বহুতৰো যোগ আছিল। ধৰ্ম্মপ্ৰাণ মায়ামৰা মহন্ত এই বিপ্লৱবাদীসকলৰ কৰ্ণধাৰ স্বৰূপ আছিল। দিহিঙৰ মহন্তৰ নিচিনাকৈ মায়ামৰা মহন্তই ৰাজ-ভোগ অভিলাষে বিপ্লবৰ সৃষ্টি কৰা নাছিল। ধৰ্ম্ম আৰু ন্যায়ৰ মৰ্য্যদা ৰাখি স্বেচ্ছাচাৰী ৰজাৰ গৰ্ব্ব খৰ্ব্ব কৰি অসমত প্ৰজাতন্ত্ৰ শাসন প্ৰতিষ্ঠা কৰিবৰ কাৰণেই গুৰুৰ কৰ্ত্তব্য পালন কৰি সকলোকে স্বদেশ-মন্ত্ৰ দান কৰি শেষত মহা-পৰাক্ৰমী বুঢ়িংশসিংহৰ চক্ৰব্যূহত সোমাই অভিমন্যুৰ দৰে নিৰস্ত্ৰ হৈ প্ৰাণ এৰিছিল। কিন্তু সেই আহোম বুৰঞ্জী লিখকে পক্ষ-

পাতিত্তা কৰি তেজিয়ান মায়ামৰা মহন্তক অন্যায়ৰূপে গোৱা-মৰীয়া মহন্ত বুলি আখ্যান দি বুৰঞ্জীৰ পাত কেইটাত এটি বৰ ঘিণ লগা অনিষ্টকৰ অৰ্থৰ ছায়া পেলাই গল। বুৰঞ্জী লিখকৰ মতে আমি ইয়াত মোৱামৰীয়া মহন্ত নুবুলি মায়ামৰা মহন্ত আৰু মোৱামৰীয়া বিদ্ৰোহী নুবুলি মায়ামৰা বিদ্ৰোহ বুলিহে অভিহিত কৰিছোঁ। পাঠকসকলে ইয়াত যেন কোনেও একো ভুল নুবুজে।

মায়ামৰা বিপ্লৱবাদীসকলে ৰংপুৰ আক্ৰমণ কৰি লক্ষ্মীসিংহ স্বৰ্গদেৱক বন্দী কৰিলে। তীক্ষ্ণ বুদ্ধিৰ মন্ত্ৰী কীৰ্ত্তিচন্দ্ৰ বৰ বৰুৱাই আন একো উপায় নেপাই মহাপ্ৰাণ মায়ামৰা সত্ৰাধিকাৰ প্ৰভুৰ ওচৰত আত্ম-সমৰ্পণ কৰি অভয় বিচৰাত মায়ামৰা সত্ৰাধিকাৰে নিজৰ ঘৰত অভয় দি ৰাখিলে। কিন্তু মৰাণৰ বৰবৰুৱা ৰাঘই গুৰুজনৰ নিষেধ নামানি উত্তেজনাবশতঃ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাক গুৰু-গৃহৰপৰা বলেৰে টানি আনি নচঙা শালত দি সপাৰবাৰে বধ কৰিলে। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ সতী-ভাৰ্য্যা কুৰঙ্গ-নয়নীক বলেৰে ধৰি ভাৰ্য্যা কৰিলে। বৰুৱা বৰফুকন আদি ভাল ভাল মানুহৰ এশজনী গাভৰু ধৰি আনি ৰাঘ মৰাণ এশ ভাৰ্য্যাৰ স্বামী হল। এইবিলাক কাৰ্য্যত মায়ামৰা মহন্ত বৰ অসন্তুষ্ট হৈ বিপ্লৱবাদীৰ অলপতে ধ্বংস হব বুলি অভিশাপ দিছিল।

পৰমবৈষ্ণৱ সাত্ত্বিক জীৱনধাৰী মহন্তই ৰাজ্যভাৰ লোৱা বৰ অসঙ্গত বুলি মায়ামৰা মহন্তই আন এজন ৰজা বাছি

লবৰ কাৰণে আদেশ কৰাত মায়ামৰা সম্প্ৰদায়ৰ সকলো এক মত হৈ খোৱা মৰাণৰ পুতেক ৰমাকান্তক ৰজা পাতি ললে। হীনচেতা মৰাণে নিজৰ ৰজা পাই বিপ্লৱবাদীসকলৰ কৰ্ণাধাৰ স্বৰূপে মায়ামৰা মহন্তৰ হাক বচন নামানি ইচ্ছা অনুসাৰে কাৰ্য্য কৰিবলৈ ধৰিলে। মৰাণৰ উপদ্ৰৱত দেশ উছন হল। নিজৰ ভেটি মাটি এৰি বহুত মানুহ দেশান্তৰিত হল।

দিহিঙৰ শিলিখাগুৰীয়া মহন্তৰ পৰামৰ্শ মতে পূৰ্ব্বে ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে মায়ামৰা মহন্তৰ অনেক শিষ্য বধ কৰাত দিহিঙৰ মহন্তৰ ওপৰত বিপ্লৱবাদীসকলৰ বৰ আক্ৰোশ আছিল। বিপ্লৱবাদীসকলে ৰংপুৰ লণ্ড-ভণ্ড কৰি ৰজাক বন্দী কৰি থৈ দিহিঙৰ সত্ৰাধিকাৰ পুৰুষ ব্ৰজৰঞ্জনদেৱক ধৰিবৰ কাৰণে কিছুমান মৰাণক পঠাই দিলে। ব্ৰজৰঞ্জনদেৱে মৰাণহঁত অহা খবৰ পাই কেগৰাকীমান বিশ্বাসী সেৱক লগত লৈ পুত্ৰ ভাৰ্য্যা সমন্বিতে দিহিঙৰপৰা নাৱেৰে ভটিয়াই পলাই আহিল। পুৰুষ জন পলোৱাৰ খবৰ পাই মৰাণহঁতে পাছে পাছে নাৱেৰে খেদি আহিল। মৰাণহঁত আহি গুৰুজনৰ নাৱৰ ওচৰ পাবলৈ বেছি দূৰ নথকাত গুৰুজনে নিজৰ নাও পাৰত লগাবলৈ আজ্ঞা কৰি এজন সেৱকেৰে সৈতে পুত্ৰ বৃন্দাবনচন্দ্ৰদেৱক পাৰত তুলি দি মৰাণৰ চকুত বালি মৰাৰ নিচিনাকৈ পুনৰ নাও এৰি দিলে। তেতিয়াৰপৰা পুৰুষ ব্ৰজৰঞ্জনদেৱক আৰু কোনেও নেদেখিলে।

কোনো কোনো লোকে কয় যে পুৰুষ বৃন্দাবনচন্দ্ৰদেৱ

পলাই গৈ পছিমৰ গোৰক্ষপুৰত সত্ৰ পাতি নাম ধৰ্ম্ম-প্ৰকাশ কৰি আছিল গৈ। কোনো কোনো লোকে কয় যে অৰীতিয়া মৰাণহঁতে খণ্ডত উত্তেজিত হৈ নাও ডুবাই দি তাৰাৰ প্ৰাণনাশ কৰিলে। কিন্তু দিহিঙীয়া সন্ত সমাজত সুখ-প্ৰসঙ্গ এই যে মৰাণহঁতে খেদি আহি যেতিয়া গুৰুজনৰ নাৱৰ ওচৰ চাপিল তেতিয়া গুৰুজনে মৰাণৰ হাতত অপমানিত হোৱাৰ আশঙ্কাত ধকা মাৰি নাৱৰ তলি ফালি সোমাই সেইফালে অদৃশ্য হৈছিল। তাৰ পাছত আৰু গুৰুজনৰ সন্ধান পোৱা নগল।

এই পলায়ন কাৰ্য্য মাঘ মাহত হৈছিল। এই গৰাকী অধিকাৰ পুৰুষৰ প্ৰয়াণৰ কোনো নিৰ্দ্দিষ্ট দিন স্থিৰ কৰিব নোৱাৰাত দিহিং সত্ৰত মাঘৰ কৃষ্ণা একাদশী তিথিত তাৰাৰ তিৰোভাব তিথি পালন কৰা হয়।

---

## মান-ভগনত পলায়ন

মায়ামৰা বিদ্রোহত পুত্ৰ বৃন্দাবনচন্দ্ৰদেৱৰ সহ পুৰুষ ব্ৰজৰঞ্জনদেৱৰ নিৰুদ্দেশ হোৱাত দিহিং সত্ৰৰ অধিকাৰৰ আসন শূন্য হয়। মৰাণৰ হাতত অধিকাৰ পুৰুষৰ বিনাশ ঘটিল বুলি সেৱকসকলৰ সন্দেহ হল। সেই সময়ত নানা ঠাইত নপতা ফুকন স্বয়ম্ভু ৰজা আদি ওলাই দেশত মহা

হুলস্থূল লগাইছিল। সেই কাৰণে নিজৰ ঘৰবাৰী এৰি বহুত মানুহ দেশান্তৰিত হৈছিল। এনে দুৰ্দ্দিনৰ সময়ত অধিকাৰ পুৰুষৰ পুত্ৰ বৃন্দাবন চন্দ্ৰ দেৱৰ কোনো সম্ভেদ নেপাই পুৰুষ ব্ৰজৰঞ্জনদেৱৰ ভাতৃ ভকতৰঞ্জনদেৱক দিহিং সত্ৰৰ অধিকাৰ পাতিলে।

ৰামকৃষ্ণ ভৰালীবৰুৱা আৰু কুৰঙ্গ-নয়নীৰ বিশেষ সহায়েৰে নাহৰ খোৱা মৰাণ আৰু ৰমাকান্তক বধ কৰি মহাৰাজ লক্ষ্মীসিংহ স্বৰ্গদেৱে পুনৰ আহোম সিংহাসন লাভ কৰে। বিপ্লৱবাদীসকলৰ বিদ্ৰোহ দমন হলত দেশৰ হুলস্থুল আদিৰ কিছু সাম কাটিল। ৰজাই ৰাজধানী ৰংপুৰৰপৰা যোৰহাটলৈ তুলি অনাত দিহিঙৰ নতুন অধিকাৰ পুৰুষ ভকতৰঞ্জনদেৱেও নিজৰ সত্ৰ যোৰহাটৰ টোকোলাই নামে ঠাইত স্থাপন কৰিলেহি। বৃন্দাবনচন্দ্ৰদেৱে কিছুদিন গুপুতে থাকি তাৰ পাছত বিদ্ৰোহাগ্নি নিৰ্ব্বাপিত হলত পুনৰ আত্ম-প্ৰকাশ কৰি দিহিঙত উপস্থিত হলগৈ। দিহিঙৰ সেৱক-সকলে অধিকাৰ পুৰুষৰ পুত্ৰ বৃন্দাবনচন্দ্ৰদেৱক পাই পৰম আনন্দ লাভ কৰিলে। দিহিঙৰ প্ৰকৃত অধিকাৰী বুলি সকলো সেৱক সন্মত হৈ বৃন্দাবনচন্দ্ৰদেৱক পুনৰ ধৰ্ম্মাচাৰ্য্য পাতি দিহিং সত্ৰৰ অধিকাৰ সম্পদ দিলে। কাৰণ অধিকাৰ পুৰুষৰ পুত্ৰ থকাত ভাতৃ ন্যায্য উত্তৰাধিকাৰী নহয়। যিদৰে ৰজাৰ পুত্ৰহে ৰজা হব পাৰে সেইদৰে অধিকাৰৰ পুত্ৰহে অধিকাৰ হব পৰাতো দিহিং ৰাজ-সত্ৰৰ নিয়ম। গতিকে

বৃন্দাবনচন্দ্ৰদেৱে অধিকাৰ সম্পদ লাভ কৰাত ভকতৰঞ্জন দেৱৰ কোনো আপত্তি হব নোৱাৰিলে। ভকতৰঞ্জনদেৱ, অধিকাৰ সম্পদৰপৰা বঞ্চিত হৈ যোৰহাটৰ টোকোলাই সত্ৰতে থাকে। তাতে তেওঁৰ লোকান্তৰ ঘটে। টোকোলাই সত্ৰত থকা ভকতৰঞ্জনদেৱৰ সমাধি-ক্ষেত্ৰ বা থান দিহিঙৰ অধিকাৰসকলৰ দ্বাৰাই আজিলৈকে সুৰক্ষিত হৈ আছে।

মহাৰাজ কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত পুৰুষ বৃন্দাবন চন্দ্ৰদেৱে মজুৰাত সত্ৰ পাতি আছিল আৰু ৰজাৰপৰা বিশেষ প্ৰীতি-সন্মান লাভ কৰিছিল। ৰজাই অধিকাৰ পুৰুষৰ আচৰণত সন্তুষ্ট হৈ 'মালতী' নামেৰে মাকুন্দী হাতী এজনী উপহাৰ দিছিল। এই মালতী হাতীৰ অদ্ভুত বিচাৰ-শক্তি আৰু গুৰু-ভক্তি দেখি ৰজা প্ৰজা সকলোৱে বিস্ময় মানিছিল। মালতী হাতীৰ গুৰু-ভক্তি দেখি শাপগ্ৰস্তা পৰম ভকত বুলি সকলোৱে মান সৎকাৰ কৰিছিল।

কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত কুৰৈগঞা মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ স্বদেশ-ব্ৰত, ৰণ-কৌশল আৰু শাসন-সংস্কাৰ আদি বুদ্ধিৰ প্ৰভাৱত দেশ সুস্থিৰ আছিল। চন্দ্ৰকান্তসিংহ ৰজাৰ দিনত গুৱাহাটীৰ ঘিণাই বদন বৰফুকনে মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ ক্ষমতা দেখি ঈৰ্ষাবশতঃ বুঢ়াগোহাঁইৰ বিপক্ষে ষড়যন্ত্ৰ কৰি ধৰা পৰি শেষত উপায় নেপাই ব্ৰহ্ম দেশলৈ গৈ মান আনি ৰাজ্যত মহা অশান্তি মেলি দিলে। মানে তিনি বাৰ অসম

আক্ৰমণ কৰিছিল। প্ৰথম দুবাৰত দেশৰ কৰ্ণধাৰ-স্বৰূপ মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ যত্নত দেশ কিছু সুস্থিৰ আছিল। ৩য় বাৰ বুঢ়াগোহাই ডাঙৰীয়াৰ অকস্মাৎ মৃত্যু হোৱাত মানে দেশ লণ্ড-ভণ্ড কৰি পেলালে। অসমত মানে কি দৰে অত্যাচাৰ কৰি প্ৰজা উৎপীড়ণ কৰিছিল তাক অসমবাসী প্ৰায় সকলোৱে জানে।

মানে অমানুসিক অত্যাচাৰ কৰি দেশ উপান্ত কৰাত প্ৰাণৰ ভয়ত বহুত মানুহে নিজৰ ঘৰবাৰী এৰি পলাই গৈছিল। দিহিং সত্ৰাধিকাৰ প্ৰভুৰ বৃন্দাবনচন্দ্ৰদেৱে সেই সময়ত মজুৰাত সত্ৰ পাতি ধৰ্ম্ম-প্ৰকাশ কৰি আছিল। এনে দুৰ্দ্দিনৰ সময়ত তাত থকা নিৰাপদ নহয় বুলি ভাবি; পুত্ৰ ভাৰ্য্যা সমন্বিতে সেৱকসকলক সঙ্গত লৈ প্ৰভুৰজনে নাৱেৰে ভটিয়াই পলাই গৈ গোৱালপাৰা পাইছিলগৈ। সিফালে ইংৰাজ শাসনকৰ্ত্তা ডেভিড স্কট চাহাবে মানে অমানুসিক অত্যাচাৰ কৰি দেশ উপান্ত কৰাৰ খবৰ পাই মানক খেদাই অসমত শান্তি প্ৰতিষ্ঠা কৰিবৰ কাৰণে কিছুমান সৈন্য লগত লৈ ব্ৰহ্মপুত্ৰইদি উজাই আহিছিল। যথাসময়ত চাহাবক সাক্ষাৎ কৰি বৃন্দাবনচন্দ্ৰদেৱে নাও, মানুহ, খৰচ পাতি আদিৰে যথেষ্ট ৰকমে সহায় কৰি মান খেদা কাৰ্য্যত ইংৰাজৰ পৰম উপকাৰ সাধিছিল। স্কট চাহাবে মানক খেদি উজাই আহোতে তাৰ লগে লগে বৃন্দাবনচন্দ্ৰদেৱো উজাই ডোবাপাৰত বাহৰ পাতি ৰয়। যেতিয়া স্কট চাহাবে মানক

অসমৰপৰা একেবাৰে খেদাই দি অসমত পুনৰ শান্তি স্থাপনকৰে তেতিয়া বৃন্দাবনচন্দ্ৰদেৱে ডোবাপাৰ পৰিত্যাগ কৰি সত্ৰ স্থাপন কৰি ধৰ্ম্ম-প্ৰকাশ কৰিবৰ কাৰণে এখনি সুন্দৰ ঠাই বিচাৰি ব্ৰহ্মপুত্ৰইদি উজাই আহে। পুৰুষজন নাৱেৰে উজাই আহি কিছুদিন গুৱাহাটীত আছিলহি। গুৱাহাটীত থাকিবৰ কাৰণে তাবাৰ অনিচ্ছা হলত আকৌ উজনিলৈ যাত্ৰা কৰিলে। যাত্ৰা কৰি আহি গুৱাহাটীৰ উত্তৰ পাৰে পাঁচ মাইলমান আঁতৰত থকা কুৰুৱা পালত কুৰুৱাকে ভাল ঠাই বুলি বিবেচনা কৰি গাঁৱলীয়া মানুহবপৰা ৩৬/ বিঘা মাটি লৈ ভাতে নিয়ম মতে হাটী-বাটী নামঘৰ আদি সজাই সত্ৰ স্থাপন কৰি ৰয়।

দিহিং সত্ৰৰ যিসকল মহাজনে ধৰ্ম্মাধিকাৰী হৈ ধৰ্ম্ম-প্ৰকাশ কৰিছিল সেইসকলৰ ভিতৰত পুৰুষ বৃন্দাবনচন্দ্ৰদেৱৰ শক্তি-ভক্তি ধন-সম্পাদ ভোগ-ঐশ্বৰ্য্য সবাতোকৈ শ্ৰেষ্ঠ আছিল। এই জন্য অধিকাৰ পুৰুষে ৰজা প্ৰজা উভয়ৰ পৰা অপৰিমেয়ৰূপে শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। আন কি হাতী, ঘোং, বাঘ, সিংহ আদি হিংস্ৰ জন্তু আৰু কপৌ, শালিকা, কৈৰা, ভাটৌ, টিয়া আদি অসংখ্য পক্ষীয়ে অভাৱনীয়ৰূপে গুৰুজনৰ বশ্যতা স্বীকাৰ কৰি সকলোকে চমক লগাইছিল। এই গৰাকী পুৰুষৰ অলৌকিক কাৰ্য্য-প্ৰণালীত সন্ত মহন্ত শিষ্য-প্ৰশিষ্য আদি লোকজন এনেদৰে মুগ্ধ হৈছিল যে তেখেতৰ অগ্নি-থান * জাগ্ৰত-তীৰ্থৰূপে সকলোৰে সমাদৃত হয়।

* দিহিঙীয়া সম্প্ৰদায়ৰ লোকে গুৰুজনৰ সমাধি-ক্ষেত্ৰক অগ্নি-থান বোলে।

... BLE THE BOOK CAREFULLY



দিহিঙীয়া সম্প্ৰদায়ৰ লোকসকলে তাৰাৰ অগ্নি-থানক শ্ৰীক্ষেত্ৰতকৈয়ো অধিক মহাতীৰ্থ বুলি আজিলৈকে ভক্তি কৰে। ৩৯০ শকৰাব্দত আহাৰ মাহত শুক্লা তৃতীয়া তিথিত কুকুৰা দিহিং সত্ৰত অধিকাৰ পুৰুষ বৃন্দাৱনচন্দ্ৰ দেৱৰ বৈকুণ্ঠ প্ৰয়াণ কাৰ্য্য হয়।

---

## আত্ম-কন্দল

পুৰুষ বৃন্দাবনচন্দ্ৰদেৱৰ বল্লভচন্দ্ৰদেৱ আৰু লক্ষ্মণ-চন্দ্ৰদেৱ এই দুগৰাকী পুত্ৰ। বৃন্দাবনচন্দ্ৰদেৱৰ পৰলোক কাৰ্য্য হোৱাত তাৰাৰ জ্যেষ্ঠ পুত্ৰ পুৰুষ বল্লভচন্দ্ৰদেৱ কুকুৰাত দিহিং সত্ৰৰ অধিকাৰ হয়। বল্লভচন্দ্ৰদেৱে দিহিং সত্ৰৰ সৰ্ব্বাধিকাৰী হৈ ভাতৃ লক্ষ্মণচন্দ্ৰদেৱক বহুত ধন-সম্পত্তিৰে কুকুৰাত থাকিবলৈ দি তাৰাই সত্ৰৰ নিয়ম অনু-সাৰে কুকুৰাৰপৰা গৈ উত্তৰ গুৱাহাটীত সত্ৰ পাতিলেগৈ। ইফালে কনিষ্ঠ লক্ষ্মণচন্দ্ৰদেৱে পূৰ্ব্বৰ নিৰ্ব্বন্ধ লঙ্ঘন কৰি গুৰু পুত্ৰ বুলিয়েই অধিকাৰৰ ক্ষমতা লৈ শিষ্যৰ শৰণ ভজন কাৰ্য্যত হাত দিলে। ভাতৃৰ এনে বিপৰীত কাৰ্য্যতো অধিকাৰ পুৰুষ বল্লভচন্দ্ৰদেৱে সকলোকে ক্ষমা কৰিছিল। ভাতৃৰ এনে মহা অন্যায় কাৰ্য্যৰ কোনো প্ৰতিবাদ নকৰি আগৰ দৰেই ভাতৃ-প্ৰেম অটুত ৰাখিছিল। যেতিয়া লক্ষ্মণ-চন্দ্ৰদেৱৰ জ্যেষ্ঠ পুত্ৰ বিশ্বশোভনচন্দ্ৰদেৱৰ বিবাহ-কাৰ্য্য

হয় তেতিয়া অধিকাৰ পুৰুষ বল্লভচন্দ্ৰদেৱে উত্তৰ গুৱাহাটীৰ-পৰা আহি বিবাহত যোগদান কৰি চহৰীয়া নগৰীয়া গুৰু শিষ্য সমস্তকে অপ্যায়িত কৰিছিল। কিন্তু যেতিয়া লক্ষ্মণ-চন্দ্ৰদেৱে নিজৰ প্ৰতিপত্তি বঢ়াই অধিকাৰৰ ক্ষমতা দৃঢ় কৰিবৰ অভিপ্ৰায়ে জ্যেষ্ঠ বল্লভচন্দ্ৰদেৱৰ অধিকাৰ পুৰুষে বাধা দিয়া সত্ত্বেও গুৱাহাটীৰ বৃটিংশ পেন্সনভোগী আহোম ৰজা কন্দৰ্প সিংহত ৰূপ-লাৱণ্য-যুক্তা নিজৰ জ্যেষ্ঠ কন্যাটি বিবাহ দি ধৰ্ম্ম আৰু সমাজৰ নীতি বিগৰ্হিত কাৰ্য্য কৰিলে তেতিয়া বল্লভচন্দ্ৰদেৱে ভাতৃ সম্বন্ধ ছিন্ন কৰি পেলালে। লক্ষ্মণচন্দ্ৰদেৱে অনধিকাৰ ক্ষমতাৰে স্থাৱৰ অস্থাৱৰ আদি বস্তুত সম্পত্তি আত্মসাৎ কৰা বুলি অধিকাৰ পুৰুষে তেখেতৰ ওপৰত ৫০ লক্ষ টকাৰ ডাবি কৰি মোকৰ্দ্দমা চলালে। এই মোকৰ্দ্দমা দৌলতৰ মোকৰ্দ্দমা বুলি প্ৰখ্যাত। এই মোকৰ্দ্দমাত পুৰুষ বল্লভচন্দ্ৰদেৱৰ জয়লাভ হোৱাত লক্ষ্মণচন্দ্ৰদেৱে আগৰ সত্ৰ এৰি কুৰুৱাতে ৰাজবাৰী নামেৰে এখনি আমবাৰীত সত্ৰ পাতি বলগৈ। তেতিয়াৰেপৰা দিহিং সত্ৰত আত্ম-কলহৰ সৃষ্টি হয়।

পুৰুষ বল্লভচন্দ্ৰদেৱে কিছুকাল উত্তৰ গুৱাহাটী সত্ৰতে ধৰ্ম্ম প্ৰকাশ কৰি থাকি তাৰ পাছত জ্যেষ্ঠ পুত্ৰ নিৰ্ম্মল চন্দ্ৰদেৱ আৰু কনিষ্ঠ পুত্ৰ ঘনানন্দদেৱক সঙ্গত লৈ সেৱক-সকলৰ সৈতে উজনিলৈ গৈ থুৰা মুখত সত্ৰ স্থাপন কৰি বয়। ৪১০ শঙ্কৰাব্দৰ জেঠৰ কৃষ্ণা প্ৰতিপদ তিথিত তাতে তেওঁৰ বৈকুণ্ঠ প্ৰয়াণ কাৰ্য্য হয়।

অধিকাৰৰ প্ৰয়াণ কাৰ্য্য হোৱাত ভাতৃ লক্ষ্মণচন্দ্ৰদেৱ অধিকাৰ সম্পদ লাভ কৰিবৰ অভিলাষে কুকুৰাৰপৰা থুৰামুখলৈ গৈছিল। কিন্তু সত্ৰৰ আতাইসকল প্ৰমুখ্যে সকলো শিষ্যই তাত সম্মত নহৈ পুত্ৰ নিৰ্ম্মলচন্দ্ৰদেৱক দিহিং সত্ৰৰ অধিকাৰ পাতিলে। লক্ষ্মণচন্দ্ৰদেৱ বিফল মনোৰথ হৈ থুৰামুখৰ পৰা পুনৰ কুকুৰালৈ উভতি আহিল।

লক্ষ্মণচন্দ্ৰদেৱৰ বিশ্বশোভনচন্দ্ৰদেৱ, উদিতচন্দ্ৰদেৱ, আৰু শান্তশোভনচন্দ্ৰদেৱ, এই তিনি গৰাকী পুত্ৰ। লক্ষ্মণচন্দ্ৰ দেৱৰ বৈকুণ্ঠ প্ৰয়াণ হলত জ্যেষ্ঠ পুত্ৰ শ্ৰীশ্ৰীযুক্ত বিশ্ব-শোভনচন্দ্ৰদেৱ ফালি যোৱা দিহিং সত্ৰৰ অধিকাৰ হৈ কুকুৰাৰপৰা গৈ বৰ্ত্তমান গোলাঘাট মহকুমাৰ নোগোৰা নামে ঠাইত সত্ৰ পাতি আছেগৈ। মাজু গৰাকী উদিত-চন্দ্ৰদেৱৰ জাত্যান্তৰ কাৰ্য্য ঘটাত তেখেত গৈ শোৱালকুছি গাঁৱত থাকে আৰু তাতে তাৰাৰ পৰলোক হয়। কনিষ্ঠ শ্ৰীশ্ৰীশান্তশোভনচন্দ্ৰদেৱ বৰ্ত্তমান কুকুৰাতে আছে।

উদিতচন্দ্ৰদেৱৰ সংস্কৃতত আৰু ৰোগী চিকিৎসাত অসাধাৰণ ব্যুৎপত্তি আছিল। এখেতে যদু বংশাৱলী এখনি বহুত তথ্যেৰে প্ৰস্তুত কৰিছিল। সেই বংশাৱলীখন শোৱালকুছি নাম-ঘৰত ধ্বংস হল।

পুৰুষ নিৰ্ম্মলচন্দ্ৰদেৱ দিহিঙৰ মূল অধিকাৰ হৈ তাৰ পাছত ভাতৃ ঘনানন্দদেৱেৰে থুৰানুখৰপৰা আহি হাবিয়ামুখত সত্ৰ স্থাপন কৰিলেহি।

দুয়ো গৰাকী হাবিয়ামুখত থকাত তাতে কনিষ্ঠ ঘনানন্দদেৱৰ নৰিয়া হয়। সেই নৰিয়াত পুৰুষ নিৰ্ম্মলচন্দ্ৰদেৱৰ পত্নী আই মাতৃৰ যিচেষ্টাত ঘনানন্দদেৱে অসন্তোষ পাই ভাল চিকিৎসকেৰে চিকিৎসা কৰিবৰ অৰ্থে জ্যেষ্ঠক জনাই উত্তৰ গুৱাহাটী সত্ৰলৈ আহে। উত্তৰ গুৱাহাটীত ঘনানন্দদেৱৰ আৰোগ্য লাভ হয়। ত'ত ঘনানন্দদেৱক নৰিয়াত বিচেষ্টা কৰা বুজিব পাৰি উত্তৰ গুৱহটীয়া বহুত গণ্য মান্যলোক অসন্তুষ্ট হৈ লোকজন-প্ৰিয় ঘনানন্দদেৱক উত্তৰ গুৱাহাটী সত্ৰত বলেৰে ধৰ্ম্মাচাৰ্য্য পাতি অধিকাৰ সম্পাদ দিলে। ঘনানন্দদেৱক অধিকাৰ সম্পাদ দিয়াত যি সকল মুখ্য আছিল সেই সকল ইতিপূৰ্ব্বে কোনো এটি গুৰুতৰ অপৰাধৰ বাবে অধিকাৰ পুৰুষ নিৰ্ম্মলচন্দ্ৰদেৱৰ দ্বাৰা হাবিয়ামুখ সত্ৰৰপৰা তাড়িত হৈ উত্তৰ গুৱাহাটী সত্ৰত আছিলহি। সেই সকলে গুৰুজনৰ লগত প্ৰতিদ্বন্দ্বী হৈ ঘনানন্দদেৱক অধিকাৰ সম্পদ দিয়াও এটা মুখ্য কাৰণ।

ভাতৃ ঘনানন্দদেৱ উত্তৰ গুৱাহাটী সত্ৰত অধিকাৰ হোৱা বাতৰি দিহিং সত্ৰাধিকাৰ পুৰুষ নিৰ্ম্মলচন্দ্ৰদেৱৰ কৰ্ণত পৰিলত তাৰাই সাধু সন্ত সেৱকসকলেৰে হাবিয়ামুখৰপৰা নাৱেৰে ভটীয়াই আহি উত্তৰ গুৱাহাটীৰ সত্ৰৰ ঘাটতে নৌকা ৰাখি সত্ৰত প্ৰবেশ কৰিলত কনিষ্ঠ ঘনানন্দদেৱৰ ফলীয়া লোকে তাৰাৰ কাৰ্য্যত বাধা জন্মাই আসুৰিক ভাবেৰে দন্দত প্ৰবৃত্ত হল। মদমত্ত শিষ্যসকলে উত্তেজনাবশতঃ পৰস্পৰে পৰস্পৰক আক্ৰমণ কৰিবৰ কাৰণে দা জাঠি আদি প্ৰয়োগ কৰিবলৈকো প্ৰস্তুত

হৈছিল। অধিকাৰ পুৰুষ নিৰ্ম্মলচন্দ্ৰদেৱে এনে বিষম কাণ্ড দেখি তিলাৰ্দ্ধ সময়ো অপেক্ষা নকৰি সেৱকসকলৰে সৈতে পৰি-বেষ্টিত হৈ সত্ৰৰপৰা পলায়ন কাৰ্য্য কৰি নৌকাত আহি ৰলহি। ঘনানন্দদেৱে অদূৰদৰ্শী শিষ্যসকলৰ প্ৰৰোচনাত অধিকাৰৰ বিপক্ষে ষড়যন্ত্ৰ কৰি নিজে অধিকাৰৰ ক্ষমতা লোৱাত যি অকাৰ্য্য ঘটিল তাত অনুতপ্ত হৈ অধিকাৰ পুৰুষৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিবৰ অভিপ্ৰায়ে তাৰাৰ নাৱলৈকে গৈছিল। কিন্তু পুৰুষ নিৰ্ম্মলচন্দ্ৰ দেৱে ভাতৃ ঘনানন্দদেৱক ক্ষমা নকৰিলে। তাৰপৰা ভুৰন্তে নাও উজাই নি অশ্বক্লান্তৰ বালিত নাও ৰাখি তাতে বাহৰ পাতি বৈ চহৰীয়া নগৰীয়া সমন্বিতে সকলো শিষ্যক মতাই আনি আজ্ঞা কৰিলে যে যিসকলে আমাক জানিব সেই সকলে ঘনানন্দদেৱৰ ফলীয়া লোকেৰে সৈতে সম্পূৰ্ণৰূপে সম্পৰ্ক ত্যাগ কৰিম বুলি আমালৈ চাই শপথ কৰক। গুৰুজনৰ আজ্ঞা অনুসৰি কাৰ্য্য হল। যি সকলে শপথ নকৰিলে সেই সকলক সৰু জনাৰ ফলীয়া বুলি পৰিত্যাগ কৰি শিষ্যসকলৰ সৈতে ভাতৃ ঘনানন্দদেৱক গুৰু-তৰ দোষণ দিলে। তেতিয়াৰপৰা আজিলৈকে সৰু জনাৰ গুৰু শিষ্য সমস্ত দোষণীয়া হৈয়ে আছে।

তাৰ পাছত অধিকাৰ পুৰুষ নিৰ্ম্মলচন্দ্ৰদেৱে দিহিং সত্ৰৰ সৰ্ব্বাধিকাৰ ক্ষমতাৰে গৱৰ্ণমেণ্টৰ সহায়েৰে ভাতৃ ঘনানন্দদেৱক সত্ৰৰপৰা বাহিৰ হবৰ কাৰণে আজ্ঞা দিলে। সৰুজনা গোঁসাই ঘনানন্দদেৱ সত্ৰৰপৰা বাহিৰ হৈ আহি আন এঠাইত সত্ৰ স্থাপন কৰি ৰলহি। সেই সত্ৰক ন-সত্ৰ বুলি কয়।

পুৰুষ নিৰ্ম্মলচন্দ্ৰদেৱে উত্তৰ গুৱাহাটীত দিহিং সত্ৰৰ ধ্বংস লীলা কাৰ্য্য কৰি আঁতাই পুনৰ হাবিয়ামুখলৈ যাত্ৰা কৰে। তাতে কিছুকাল ধৰ্ম্ম প্ৰকাশ কৰি থাকি তাৰ পাছত ৪৪৬ শঙ্কৰাব্দত ভাদৰ শুক্লা ষষ্ঠী তিথিত বৈকুণ্ঠ প্ৰয়াণ কৰে।

অধিকাৰ পুৰুষে তিনি গৰাকী পুত্ৰ আৰু এটি কন্যা সহ ভাৰ্য্যাক সংসাৰত থৈ লীলা কাৰ্য্য শেষ কৰে। তোৱাৰ জ্যেষ্ঠ পুত্ৰ প্ৰভুপাদ শ্ৰীশ্ৰীযুক্ত বৈকুণ্ঠশোভনচন্দ্ৰদেৱ বৰ্ত্তমান দিহিং সত্ৰাধিকাৰ। মধ্যম পুত্ৰ শ্ৰীশ্ৰীৰাজীৱলোচনচন্দ্ৰদেৱ এগৰাকী বিদ্যানুৰাগী পুৰুষ। এখেত বৰ্ত্তমান সত্ৰাধিকাৰপুৰুষৰ দক্ষিণ হস্ত স্বৰূপ। কনিষ্ঠ গৰাকী পুত্ৰ বসন্ত ৰোগত অকালত কাল-গ্ৰস্ত হয়। কন্যা গৰাকী আৰু পত্নী আই মাতৃ বৰ্ত্তমান আছে।

সৰুজনা ন-সত্ৰাধিকাৰ ঘনানন্দদেৱৰ বৈকুণ্ঠ প্ৰয়াণ কাৰ্য্য হোৱাত তোৱাৰ পুত্ৰ শ্ৰীশ্ৰীযুক্ত ত্ৰৈলোক্যশোভনচন্দ্ৰদেৱ দিহিং ন-সত্ৰৰ অধিকাৰ হয়। শ্ৰীশ্ৰীযুক্ত ত্ৰৈলোক্যশোভনচন্দ্ৰদেৱে বৰ্ত্তমান পিতৃ স্থাপিত উত্তৰ গুৱাহাটীৰ ন-সত্ৰতে ধৰ্ম্ম প্ৰকাশ কৰি আছে। এখেত বৰ বিদ্যানুৰাগী আৰু সাহিত্য-প্ৰিয় পুৰুষ। সাহিত্য চৰ্চ্চাত এখেতৰ একান্ত অনুৰাগ। এখেতে লিখা কোনো কোনো প্ৰবন্ধ আলোচনী কাকত 'মিলন' আৰু 'সেৱা'ত দেখিবলৈ পোৱা যায়।

---

# সামাজিক উচ্ছৃঙ্খলতা

## আৰু

## কৈবৰ্ত্ত সম্প্ৰদায়ৰ সমাজ-বিপ্লৱ

দিহিঙৰ অধিকাৰ পুৰুষৰ বহুত কৈৱৰ্ত্ত শিষ্য আছে। সুদীৰ্ঘ-কাল গুৰুসকলৰ নিষ্পেষণত কৈৱৰ্ত্তসকলৰ আত্ম-শক্তি কোঁচ খাই আছিল। ৪৪১ শঙ্কৰাব্দত যেতিয়া গৱৰ্ণমেণ্টে মানুহ গণনা কৰে তেতিয়া গণনাৰ উচ্চ ৰাজ-কৰ্ম্মচাৰী মাননীয় ই, এ, গেইট্ চাহাবে নিম্ন থাপৰ হিন্দু সমাজৰ জাতি বিভাগৰ সুশৃঙ্খলা লগা-ৰৰ কাৰণে অসমৰ বিখ্যাত সত্ৰাধিকাৰ গোঁসাই মহন্ত আৰু লোক মান্য লোকসকলৰপৰা জাতি বিষয়ে বহুত মতামত সংগ্ৰহ কৰিছিল। অসমৰ কৈৱৰ্ত্ত জাতিৰ সম্বন্ধে গেইট্ চাহাবে পুৰুষ নিৰ্ম্মলচন্দ্ৰদেৱক কিছুমান প্ৰশ্ন কৰাত অধিকাৰ পুৰুষে কৈৱৰ্ত্ত জাতিৰ সম্বন্ধে সাক্ষ্য দি কৈৱৰ্ত্ত সমাজৰ কিছু অন্যায় কৰিলে। তেতিয়াৰপৰাই কৈৱৰ্ত্তসকলৰ প্ৰাণত চেতনা সঞ্চাৰ হল। গুৱাহাটীৰ শ্ৰীযুত হলিৰাম ডাজৰিকা, শ্ৰীযুত মহেশ্বৰ তামুলী, শ্ৰীযুত শিৱৰাম মেধি প্ৰভৃতি কেইবাকী মান জাতীয় হিতাকাঙ্ক্ষী লোকৰ যত্নত 'গুৱাহাটী আদি কৈৱৰ্ত্ত জাতীয় হিতকৰী সভা'ই আশাশুধীয়া ভাৱেৰে নেৰানেপেৰাকৈ লাগি কৈৱৰ্ত্তসকলৰ হৃদয়ত আত্ম-শক্তি জগাই তুলিলে। হিতকৰী সভাই বিশেষ যত্ন কৰি তাৰ পাছৰ ৪৩১ শঙ্কৰাব্দৰ মানুহ গণ-নাত জাতীয় ন্যায্য অধিকাৰ পাবৰ কাৰণে সাজু হল। কিন্তু ইতিপূৰ্ব্বে পুৰুষ নিৰ্ম্মলচন্দ্ৰদেৱৰ প্ৰয়াণ কাৰ্য্য হোৱাত কৈৱৰ্ত্ত

সমাজে আৰু তাৰাৰপৰা কোনো প্ৰতিকাৰ নাপালে। পুত্ৰ প্ৰভুপাদ শ্ৰীশ্ৰীযুক্ত বৈকুণ্ঠশোভনচন্দ্ৰদেৱেও অপূৰ্ণ বয়স্কৰ কাৰণে কৈৱৰ্ত্ত জাতিৰ কোনো সংস্কাৰ কাৰ্য্য কৰিবলৈ সমৰ্থ নহল। বিশেষতঃ পিতৃ পথকে অনুসৰণ কৰাত কৈৱৰ্ত্ত সম্প্ৰদায়ৰ ঘোৰ অন্তৰ্বিপ্লৱৰ সৃষ্টি হল।

কিন্তু বল্লভচন্দ্ৰদেৱৰ অন্তৰ্ধানতে বেলেগ হৈ যোৱা নোগোৱা দিহিং সত্ৰাধিকাৰ শ্ৰীশ্ৰীযুক্ত বিশ্বশোভনচন্দ্ৰদেৱে দিহিঙৰ অধিকাৰ পুৰুষৰ পূৰ্ব্বৰ সাক্ষ্যৰ ঘোৰ প্ৰতিবাদ কৰি কৈৱৰ্ত্ত-সকলক ন্যায্য অধিকাৰৰপৰা বঞ্চিত নহবৰ কাৰণে বিশেষ চেষ্টা কৰে। তাৰাৰ চেষ্টাতেই দিহিঙৰ অধিকাৰ পুৰুষে কৈৱৰ্ত্ত সম্প্ৰদায়ৰ জাতীয় বুৰঞ্জীৰ পাত কেইটা কলঙ্কিত কৰিব নোৱাৰিলে। শ্ৰীশ্ৰীযুক্ত বিশ্বশোভনচন্দ্ৰদেৱৰ এই সুকীৰ্ত্তি অসমীয়া কৈৱৰ্ত্তসকলৰ জাতীয় বুৰঞ্জীত সোণালী আখৰেৰে জিলিকি থাকিব।

অধিকাৰ পুৰুষৰ কপট বাক্যত কৈৱৰ্ত্ত শিষ্যসকল অসন্তুষ্ট হৈ গুৰুজনৰ বিপক্ষে আন্দোলন চলায়। এই সময়ত কৈৱৰ্ত্ত সমাজত দলাদলি হোৱাত সমাজিক বিপ্লৱ ঘটি বৰ হুলস্থুল লাগিছিল। নোগোৱা দিহিংসত্ৰাধিকাৰ পুৰুষে কৈৱৰ্ত্ত সম্প্ৰদায়ক ন্যায্য মতে বিশেষ জাতীয় অধিকাৰ দিম বুলি প্ৰতিশ্ৰুতি দিয়াত বহুত লোকে বৰজনা অধিকাৰৰ শিষ্যত্ব অস্বীকাৰ কৰি নোগোৱা সত্ৰাধিকাৰৰ শিষ্যত্ব গ্ৰহণ কৰে।

অৱশেষত ধৰ্ম্ম-ভীৰু কৈৱৰ্ত্তসকলে গুৰু বৰ্জ্জন মহা পাপ

বুলি আকৌ বৰজনা সত্ৰাধিকাৰক চাপি ধৰিলে। সত্ৰাধিকাৰ পুৰুষেও প্ৰত্যেককে দণ্ড বিহি পুনৰ সামৰি ললে। পাছত প্ৰায় সকলোবিলাক শিষ্য আহি বৰজনা অধিকাৰৰ ফলীয়া হোৱাত কৈৱৰ্ত্ত সমাজ সকলো প্ৰকাৰে বঞ্চিত হল। যি সকলে বৰজনা অধিকাৰৰ শিষ্যত্ব অস্বীকাৰ কৰি নোগোৰা সত্ৰাধিকাৰৰ শিষ্যত্ব গ্ৰহণ কৰিছিল সেইসকলৰ ভিতৰত উত্তৰ গুৱাহাটীৰ শ্ৰীযুত পঞ্চ সাজতোলা, শ্ৰীযুত মহেশ্বৰ সাজতোলা প্ৰভৃতি কেগৰাকীমান লোক নিজ লক্ষ্যৰপৰা ভ্ৰষ্ট নহৈ আজিলৈকে নোগোৰা সত্ৰাধিকাৰৰে শিষ্যত্ব গ্ৰহণ কৰি সমাজৰ মহা উৎপীড়ন মূৰত লৈ নিজক ধন্য মানি আছে। সঁচাকৈয়ে সেইসকল ধন্য যি সকলে নিজৰ বাক্য সৰ্ব্বতোভাৱে পালন কৰিব পাৰে।

যেতিয়া নোগোৰা সত্ৰাধিকাৰে সকলো শিষ্যক নিজৰ কৰি লবলৈ চেষ্টা কৰিছিল তেতিয়া বৰজনা সত্ৰাধিকাৰে নিজৰ শিষ্যসকলৰ লগত বিশেষকৈ পিতৃ বিৰোধী পুৰুষ ঘনানন্দদেৱৰ স্থাপিত উত্তৰ গুৱাহাটীৰ ন-সত্ৰাধিকাৰৰ লগত জন্ম মৃত্যু বিবাহ আদি সকলো কাৰ্য্যতে সম্পৰ্ক ত্যাগ কৰিবৰ কাৰণে কঠোৰ আজ্ঞা কৰিলে। দিহিঙীয়া শিষ্যসকলৰ ভিতৰত আন জাতিৰ লোকে যদিও আউনীআটি গড়মূৰ আদি সত্ৰৰ শিষ্যসকলৰ লগত সকলো কাৰ্য্যত সম্বন্ধ ৰাখি প্ৰৱৰ্ত্তন কৰিছে কিন্তু ধৰ্ম্মভীৰু কৈৱৰ্ত্তসকলে গুৰু বাক্য অনুসৰি দিহিঙীয়া সেৱকসকলৰ ভিতৰতহে বিবাহ আদি কাৰ্য্য কৰে। সেই কাৰণে দিহিং সত্ৰ তিনিখন হলত আৰু বৰজনা অধিকাৰৰ শিষ্যসকলে আন দুগ-

ৰাকী সত্ৰাধিকাৰৰ শিষ্যসকলৰ লগত আচৰণ প্ৰৱৰ্ত্তন কৰিবৰ কাৰণে গুৰুজনে নিষেধাজ্ঞা কৰিলত দিহিঙীয়া কৈবৰ্ত্ত সমাজত সামাজিক অশান্তিৰ সৃষ্টি হল। যি হেতু আঙুলীৰ মূৰত লেখিব পৰা এমুঠি শিষ্যৰ ভিতৰতে পৰস্পৰে পৰস্পৰৰ বিবাহাদি কাৰ্য্য কৰা অসম্ভৱ। কত জনে অনিচ্ছা স্বত্বেও গুৰুজনৰ বাক্য লঙ্ঘন কৰি আন দুগৰাকী অধিকাৰৰ শিষ্যৰ লগত বিয়া-বাকৰ সম্বন্ধ কৰি জগৰীয়া আৰু দণ্ডিত হৈছে। এই সামাজিক উচ্ছৃঙ্খলতাত যে বহুজনৰ ব্যক্তিগত স্বাৰ্থ হানি হৈছে তাক কোৱাই বাহুল্য মাত্ৰ।

---

## গুৰুজনৰ দণ্ড

আত্ম-কলহ ধ্বংসৰ মূল বুলি বিবেচনা কৰিয়েই হওক বা শিষ্য সম্প্ৰদায়ৰ ভিতৰত মহা অশান্তি হোৱাৰ কাৰণেই হওক বা অলপীয়া শিষ্যৰ দ্বাৰাই অসম্পূৰ্ণ সত্ৰৰ * অধিকাৰা ক্ষমতাৰ সুদূৰ ভবিষ্যত ভাবিয়েই হওক উত্তৰ গুৱাহাটীৰ দিহিং ন-সত্ৰৰ অধিকাৰ শ্ৰীশ্ৰীযুক্ত ত্ৰৈলোক্যশোভনচন্দ্ৰদেৱে পিতৃসকলৰ দিনতে হোৱা বিৰোধ নিবাৰণৰ অভিপ্ৰায়ে ৪৬৯ শকাব্দত উত্তৰ গুৱাহাটীৰপৰা হাবিয়ামুখলৈ যাত্ৰা কৰিলে। যথা সময়ত ঘাটত

---

* অসম্পূৰ্ণ সত্ৰ বোলাৰ কাৰণ এই যে সত্ৰৰ হাটী আৰু খুলৰ সংগ্ৰহ সমষ্টি সত্ৰৰ প্ৰধান অঙ্গ। উত্তৰ গুৱাহাটীৰ ন-সত্ৰত হাটী আৰু খুল নাই।

নৌকা ৰাখি দিহিঙৰ বৰজনা অধিকাৰ পুৰুষৰ বিশেষ অনুমতি অনুসাৰে সাধাৰণ বেশে সত্ৰত প্ৰবেশ কৰি যথাৰীতি মতে আই মাতৃ আদি সকলো জনকে সেৱা সৎকাৰ আৰু আদৰ সম্ভাষণ জনালত অধিকাৰ পুৰুষ আৰু আই মাতৃ প্ৰেমত আপ্লুত হল। নানা কথা-প্ৰসঙ্গত অধিকাৰ সম্পদ জ্যেষ্ঠ জনৰ ওচৰত সমৰ্পণ কৰি সত্ৰ[illegible] [illegible]ন কৰিবলৈ ন-সত্ৰাধিকাৰ পুৰুষক আজ্ঞা দিলত তাৰায়ো [illegible] সন্মত হৈ সেই দিনা ঘাটৰ বাহৰলৈ উলটি আহিল [illegible]ত কয় বোলে "গুৰু আশাধাৰী [illegible] কপটীয়া" দিহিং ন[illegible]কাৰ পুৰুষৰ কাৰ্য্যও তদ্ৰূপ হল। নিজৰ অধিকাৰ স[illegible] [illegible]ৰজনা অধিকাৰৰ ওচৰত সমৰ্পণ কৰিবৰ কাৰণে দিহিং ন[illegible]কাৰ পুৰুষ সন্মত হোৱাত তাৰাৰ অদূৰদৰ্শী ভব্য শিষ্যসক[illegible] [illegible]জৰ ব্যক্তিগত সন্মান লাঘৱ হব বুলি আশঙ্কা কৰি অসন্তুষ্ট [illegible] গুৰুজনক নানা পৰামৰ্শ দিলে। শিষ্যসকলৰ কাৰুণ্যপূৰ্ণ প্ৰাৰ্থনা আৰু পৰামৰ্শত ন-সত্ৰাধিকাৰ পুৰুষৰ মন ঘূৰিল। তাৰাও ধৈৰ্য্যচ্যুত হৈ সন্তাবৰ আশা জলাঞ্জলি দি ভুৰতে তাৰপৰা নাও মেলি অন্যত্ৰ গতি কৰিলে।

ইফালে বৰজনা সত্ৰাধিকাৰৰ সত্ৰতো এটি অভাবনীয় ঘটনা ঘটিল। যি ঘটনাই দিহিং সত্ৰত এটি যুগান্তৰ আনিলে বুলি কব পাৰি। যি গোঁসাইক সেৱা কৰি কত দুখীয়া শিষ্যই বহু দিন ধৰি দণ্ড ভৰিছে, গুৰুসকলৰ ভাতৃ বিৰোধত গুৰু অনুসৰি কত জনৰ ভাতৃ বিৰোধ হৈ বংশ বিচ্ছেদ ঘটিছে, কত জন সমাজচ্যুত আদি হৈছে আন কি গৃহ প্ৰবেশ আদি সামান্য খোৱা-

লোৱাতো কত জনে দণ্ড ভৰিছে তাৰ হিছাব নাই। তেনেস্থলত তেনে দোষণীয়া গোঁসাইক কোনো বিধান নোহোৱাকৈ পোনে পোনেই অন্তঃপুৰত প্ৰবেশ কৰিবলৈ দি আদৰ সম্ভাষণ কৰাত গুৰুজনৰ মহা অন্যায় কাৰ্য্য হৈছে বুলি উত্তৰ গুৱাহাটী নিবাসী শ্ৰীযুত মীনধৰ বৰকাকতি প্ৰমুখ্যে বিশিষ্ট শিষ্যসকলে পাতি ধৰাত অধিকাৰ পুৰুষে নিজৰ দোষ স্বীকাৰ কৰি নিজ দণ্ড পিতৃ-বৈকুণ্ঠ থানত ৰাখি শিষ্যবৰ্গৰ চিত্তৰঞ্জন কৰে। যদিও দিহিঙৰ অধিকাৰৰ মহা সন্মানৰ তুলনাত এই দণ্ড অতি সামান্য তথাপি এই দণ্ডই গুৰুৰ কাৰ্য্য-প্ৰণালীত শিষ্যৰ অধিকাৰ থকাটো প্ৰমাণ দিলে।

---

## গুৰুৰ পৰাজয়

আত্ম-কন্দল নিবাৰণ কৰি ভাতৃ-প্ৰীতি লাভ কৰিবৰ অভি-লাষে উত্তৰ গুৱাহাটীৰ দিহিং ন-সত্ৰাধিকাৰে হাৰিয়া মুখত থকা বৰজনা সত্ৰাধিকাৰ পুৰুষৰ লগত সাক্ষাত কৰাত বি বিপৰ্য্যয় ঘটিল তাত বৰজনা সত্ৰাধিকাৰ অসন্তুষ্ট হৈ নিজৰ শিষ্যসকলৰ শাসন নীতি কঠোৰ কৰিলে। আন কি নিজৰ শিষ্যসকলে দিহিং ন-সত্ৰাধিকাৰৰ লগত অকস্মাৎ ভেট হলেও সেৱা নজনাবৰ বিধান কৰিলে। এই নীতিয়ে ন-সত্ৰাধিকাৰৰ অন্তৰত অশা-ন্তিৰ সৃষ্টি কৰি তুলিলে।

৪৭২ শকাব্দত বৰজনা সত্ৰাধিকাৰ চহৰ ঘূৰিবৰ অভিলাষে

হাবিয়ামুখবপৰা ভটিয়াই যাত্ৰা কৰি উত্তৰ গুৱাহাটীৰ পুবণি সত্ৰত বাহৰ কৰি বলহি। সেই সময়ত শিষ্যসকলৰ ভিতৰত 'সৰুজনা' 'বৰজনা' লৈ বৰকৈ বাদ-বিসম্বাদ চলিছিল। সেই কাৰণে সেই সুযোগতে সৰুজনা সত্ৰাধিকাৰে বৰজনা সত্ৰাধিকাৰৰ লগত সাক্ষাত কৰিবৰ অভিলাষে অধিকাৰীসকলৰ চলিত ৰীতি অনুসাৰে নগৈ অকলশৰেই সাধাৰণভাৱে বৰজনা অধিকাৰৰ পাহৰত উপস্থিত হলগৈ। বৰজনা অধিকাৰে পূৰ্ব্বৰ কথা সুমৰিয়েই হওক নাইবা শিষ্যসকলৰ অপ্ৰিয় কাৰ্য্য কৰাৰ আশঙ্কাতেই হওক তাৰাই অভ্যাগত সৰুজনা অধিকাৰৰ লগত সাক্ষাৎ নকৰিলে। বৰ চালিত (বুলনি ঘৰ) বহুত সময় অপেক্ষা কৰি থাকি ন-সত্ৰাধিকাৰ পুৰুষ বিমৰিষ হৈ নিজৰ সত্ৰলৈ উলতি আহিল। বৰজনা সত্ৰাধিকাৰৰ এই কাৰ্য্য কিমান দূৰ সমীচীন হৈছে তাক সকলোৱে অনুভৱ কৰিব পৰাটো অলপো কঠিন। কিন্তু এই বুৰঞ্জীয়ে প্ৰাচীন ভাৰত বুৰঞ্জীত থকা মহামানী দোৰ্য্যোধনে সমৰ শিবিৰৰ ভিতৰত গধূলি সময়ত মহাশত্ৰু অৰ্জ্জুনক কি সমাদৰেৰে নিজৰ মুকুট প্ৰদান কৰি নিজক বিপদত পেলাইছিল সেই কথালৈ আঙুলীয়াই বৰজনা সত্ৰাধিকাৰৰ এই কাৰ্য্যত তাৰাৰ পৰাজয় বুলি কব পাৰি। যি হেতু দিহিঙীয়া সত্ৰাধিকাৰ বাজ-আহিৰ গাৰ্হস্থ্য ধৰ্ম্মাবলম্বী।

সৰুজনা সত্ৰাধিকাৰ পুৰুষে বিশেষৰূপে অপদস্থ হৈ উলতি অহাত উত্তৰ গুৱাহাটীয়া শিষ্য প্ৰশিষ্য সকলোৰে মনত চাঞ্চল্যাই দেখা দিলে। এই কাৰণে সমূহ ৰাইজে দুয়ো গৰাকী অধিকাৰৰ

সদ্ভাব স্থাপনৰ অৰ্থে এখনি সভা আহ্বান কৰিলে। সভা মণ্ডপ বৰজনা সত্ৰাধিকাৰৰ বাহৰত যুগুত কৰা হৈছিল। কিন্তু সৰুজনা সত্ৰাধিকাৰ পুৰুষ পুনৰ বৰজনা সত্ৰাধিকাৰ পুৰুষৰ বাহৰলৈ যোৱাত অসন্মত হোৱাত সভাৰ আয়োজন বৃথা হল। ইয়াৰ বাহিৰেও উত্তৰ গুৱাহাটী নিবাসী কোনো কোনো বিশিষ্ট ভদ্ৰলোকে উভয় গুৰুৰ মতামত লৈ সন্মিলিত কৰিবৰ বিশেষ চেষ্টা কৰিছিল। তাতো কোনো কৃতকাৰ্য্য হব নোৱাৰিলে। এইখিনিতেই দিহিং ন-সত্ৰাধিকাৰৰ অতুলনীয় ত্যাগ-স্বীকাৰে পৰাজয় মানিলে। যি কাৰণৰ নিমিত্তে ন-সত্ৰাধিকাৰ পুৰুষে সৰ্ব্বস্ব জলাঞ্জলি দি দীনহীন বেশে বৰজনা সত্ৰাধিকাৰৰ বাহৰত উপস্থিত হৈ মহাপ্ৰাণৰ চিনাকী দিছিল সেই কাৰণৰ এটি কাৰণো সিদ্ধ হবলৈ নৌ পাওঁতেই নাৰায়ণৰ বক্ষত ভিখাৰী ভৃগুৰ পদচিহ্ন মহাপ্ৰয়াণত পৰিণত হল।

দুয়ো গৰাকী অধিকাৰ আগৰ দৰেই ৰল। কিন্তু নিচলা শিষ্যসকলৰ আপদ নখণ্ডিল। দিহিঙীয়া শিষ্যসকলৰ ভাগ্যবিধাতাই সৰুজনাৰ শিষ্যসকলৰ লগত আদান প্ৰদান কৰি পাঁচ অনা, দহ অনা, পাঁচ টকা, দহ টকা, কুৰি টকা, পচিছ টকা এই দৰে দোষণ ভৰাৰ এটি অখণ্ডনীয় বাসনা চপাই দিলে। লাভৰ ঘৰত গুৰুজনৰ ঘৰলৈ কৰ অৰিহণা আদি যোৱাৰ দৰে দোষণৰ টকা পয়ছা যোৱাৰ এটি সুন্দৰ পথ আবিষ্কাৰ হল। ইয়াকেহে কয় বোলে "দুই মহৰ যুঁজ লাগে মাজতে ইকৰাৰ মৰণ।"

# ওপৰঞ্চি

## উপ-সংহাৰ

### গুৰুজনৰ কৰ্ত্তব্য

প্ৰেমাৱতাৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে বিপদ-পূৰ্ণ ধৰ্ম্ম প্ৰচাৰক জীৱন অৱলম্বন কৰি ৰাজ তুল্য সম্পদ ভৰিৰে ঠেলি সৰ্ব্ব স্তিকচ ভকতসকলক বুকত বান্ধি লৈ জীৱৰ কল্যাণৰ অৰ্থে ঘৰে ঘৰে লোক শিক্ষা দি ফুৰিছিল। এনে আদৰ্শ জগতত বিৰল। মহা পুৰুষৰ মহা বিশেষত্ব এই যে নিজ শক্তিৰ প্ৰভাৱেৰে সেৱা আদি নিচেই সামান্য অধিকাৰৰপৰা তুলি. শূদ্ৰক বোধৰ অগম্য কল্পনা অতীত গুৰু সন্মানৰ অধিকাৰী পাতি সবাতোকৈ শীৰ্ষস্থান দিছিল।

সেইজন মহাপুৰুষৰ মহা আদৰ্শ আজি-কালি কালৰ গৰ্ভত বিলীন হল নিম্ন বৰ্ণৰ কায়স্থ কুলজ সন্তসকলক যি কৰ্ত্তব্যৰ ব্ৰতী হবৰ কাৰণে ধৰ্ম্মাধিকাৰী পাতি ব্ৰাহ্মণসকলতকৈও উচ্চ আসনত প্ৰতিষ্ঠিত কৰিছিল সেইসকলে আজি-কালি নিজৰ কৰ্ত্তব্য পাহৰি পাৰিবাৰিক সুখ স্বচ্ছন্দতাৰ কাৰণেহে অহো-পুৰুষাৰ্থ কৰা দেখা গৈছে। মহাপুৰুষসকলে কঠোৰ পৰিশ্ৰমেৰে সত্ৰবিলাক পাতি তাত কষ্ট থৈ যোৱা শিষ্যৰূপী সোণ-ৰূপৰ গছ জুপি জোকাৰি কৰ বৰঙণি ৰূপ ফলকেইটি বুতলি ভোগ কৰি কৰ্ত্তব্যৰ লেঠা মাৰিছে। শিষ্যসকলৰ প্ৰতি তাৰাসবৰ কি যে গভীৰ দায়িত্ব আছে তাক ভাবিবৰ অৱসৰ সেইসকলৰ নাই।

দিহিং সত্ৰৰ আদি-গুৰু বৰ আতা যদুমণিদেৱৰ কি বিচক্ষণ কৰ্ত্তব্য-পৰায়ণতা আৰু ত্যাগ স্বীকাৰ! এটি সামান্য বেঙনা কলি সন্ত জনত নলগোৱাকৈ পত্নীয়ে নিজৰ ভোজন কাৰ্য্যত লগাই নিৰিহ নিপানী ভাগৱতী ধৰ্ম্মত যি ব্যভিচাৰ কৰিব খুজিছিল তাত বৰ আতাই বিষম ব্যথিত হৈ পত্নীৰ প্ৰতি কি কঠোৰ দণ্ড বিধান কৰিলে তাক ভাবি চাওক। বৰ আতাৰ পুত্ৰ সনাতনদেৱৰ চৰিত্ৰতো আত্ম ত্যাগৰ আভাস পোৱা যায়। পৌত্ৰ জগবন্দনদেৱেও

## জাননী

শ্ৰীযুত শুকেশ্বৰ বৰা প্ৰণীত

# চন্দ্ৰৰ কলঙ্ক মোচন

(পৌৰাণিক নাটক)

অলপতে ছপা হৈ ওলাব।

দেৱ গুৰু বৃহস্পতি আৰু দৈত্য-গুৰু শুক্ৰাচাৰ্য্যৰ মন্ত্ৰ যুদ্ধত বৃহস্পতিৰ পৰাজয়, চন্দ্ৰ ৰোহিণীৰ প্ৰগাঢ় দাম্পত্য-প্ৰেম, প্ৰজাপতি দক্ষৰ অভিশাপত চন্দ্ৰৰ তাৰা নিমন্ত্ৰণ, বৃহস্পতিৰ পত্নী ত্যাগ, গুৰুৰ পাপত স্বাত অনন্তৰ একাধিপত্য, দেৱ কন্যা সাধনাত মদন বসন্তৰ সক্ষ বিচাৰ, চন্দ্ৰৰ গুৰুপত্নী হৰণ, ফলত চন্দ্ৰৰ বিপক্ষে ইন্দ্ৰ আদি দেৱতাৰ ভীষণ সমাগম, দেৱসকলৰ ভয়ত মহাপাপী চন্দ্ৰৰ দৈত্য-গুৰুৰ আশ্ৰয়, আশ্ৰিতাৰ্থে শুক্ৰাচাৰ্য্যৰ কঠোৰ কৰ্ত্তব্য পালন, চন্দ্ৰৰ কাৰণে দেৱ দৈত্যৰ ভীষণ সমৰ, এই সকলোবিলাক ঘটনাৰ সংযত সমাবেশ স্বৰ্গ, মৰ্ত্ত আৰু অন্তৰীক্ষ আদিৰ সমাবেশ লিখকৰ গভীৰ চিন্তাৰ পৰিচায়ক। গুৰুৱে কি দৰে মহাপাপীক নিজ শক্তি প্ৰভাৱেৰে উদ্ধাৰ কৰি গুৰুৰ কৰ্ত্তব্য পালন কৰে তাক দেখুৱাবৰ কাৰণেই এই নাটকখনি অতি সুললিত ভাষা আৰু অমিত্ৰাক্ষৰ ছন্দেৰে লিখি পঞ্চম অঙ্কত সমাপ্ত কৰিছে। অলপতে ছপা হৈ ওলাব। দাম দ০ অনা। আগধন দি এতিয়াই গ্ৰাহক হলে আধা দামত দিয়া হব।

শ্ৰীকীৰ্ত্তিকান্ত চৌধুৰী,
চৌধুৰী ব্ৰাদাৰ্স এণ্ড কোং,
কুকুৰা, উত্তৰ গুৱাহাটী পোঃ আঃ
(আসাম)

# জাননী

শ্ৰীযুক্ত শুক্ৰেশ্বৰ বৰা প্ৰণীত

# চন্দ্ৰৰ কলঙ্ক মোচন

(পৌৰাণিক নাটক)

অলপতে ছপা হৈ ওলাব।

দেৱ গুৰু বৃহস্পতি আৰু দৈত্য-গুৰু শুক্ৰাচাৰ্য্যৰ মন্ত্ৰ যুদ্ধত বৃহস্পতিৰ পৰাভৱ, চন্দ্ৰ ৰোহিণীৰ প্ৰগাঢ় দাম্পত্য-প্ৰেম, প্ৰজাপতি দক্ষৰ অভিশাপত চন্দ্ৰৰ পত্নী বিসৰ্জ্জন বৃহস্পতিৰ পত্নী ত্যাগ, গুৰুৰ পাপত স্বৰ্গত অধৰ্ম্মৰ একাধিপত্য, দেৱ কাৰ্য্য সাধনাত মদন বসন্তৰ সূক্ষ্ম বিচাৰ, চন্দ্ৰৰ গুৰু-পত্নী হৰণ, কলঙ্কী চন্দ্ৰৰ বিপক্ষে ইন্দ্ৰ আদি দেৱসকলৰ ভীষণ সমৰ সজ্জা, দেৱসকলৰ ভয়ত মহাপাপী চন্দ্ৰৰ দৈত্য-গুৰুৰ আশ্ৰয়, আশ্ৰিতাৰ্থে শুক্ৰাচাৰ্য্যৰ কঠোৰ কৰ্ত্তব্য পালন, চন্দ্ৰৰ কাৰণে দেৱ-দৈত্যৰ ভীষণ সমৰ, এই সকলোবিলাক ঘটনাৰ সংযত সমাৱেশ। ধৰ্ম্ম, স্বৰ্গ আৰু অমৰাৱতী আদিৰ সমাৱেশ লিখকৰ গভীৰ চিন্তাৰ পৰিচায়ক। গুৰুৱে কি দৰে মহাপাপীক নিজ শক্তি প্ৰভাৱেৰে উদ্ধাৰ কৰি গুৰুৰ কৰ্ত্তব্য পালন কৰে তাক দেখুৱাবৰ কাৰণেই এই নাটকখনি অতি সুললিত ভাষা আৰু অমিত্ৰাক্ষৰ ছন্দেৰে লিখি পঞ্চম অঙ্কত সমাপ্ত কৰিছে। অলপতে ছপা হৈ ওলাব। দাম ৮০ অনা। আগধন দি এতিয়াই গ্ৰাহক হলে আধা দামত দিয়া হব।

শ্ৰীকীৰ্ত্তিকান্ত চৌধুৰী,

চৌধুৰী ব্ৰাদাৰ্স এণ্ড কোং,

কুকুৰা, উত্তৰ গুৱাহাটী পোঃ আঃ

(আসাম)

# জাননী।

দিহিং সত্ৰৰ সংক্ষিপ্ত বুৰঞ্জী তলত লিখা ঠিকনাত পাব।

১। চৌধুৰী ব্ৰাদাৰ্চ এণ্ড কোং,
বুৰুজা, উত্তৰ গুৱাহাটী পোঃ আঃ।

২। শ্ৰীসোণাধৰ দাস,
নাওজান ৰোড,
উজান বজাৰ গুৱাহাটী।

---

গুৱাহাটী [illegible] প্ৰেছত
ডি, আৰ, বৰুৱাৰ দ্বাৰা ছপা হল।